# বয়ানুল আমল

( ইছলামী আমলৰ অসমীয়া পুথি )

মৰহুম আবুল ফজল চৈয়দ আহমদ এম. এ ( ডবল )
ভূতপূৰ্ব্ব আৰবী আৰু ফাৰ্চিৰ প্ৰধান অধ্যাপক
কটন কলেজ ঃ গুৱাহাটী



দত্তবৰুৱা এণ্ড কোম্পানী

বয়ানুল আমল ঃ

প্ৰকাশক ঃ শ্ৰীজ্যোতীন্দ্ৰনাৰায়ণ দত্তবৰুৱা
দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ ঃ মাৰ্চ, ১৯৮২

মূল্য-১৫·০০ টকা

প্ৰচ্ছদ ঃ শ্ৰীগুৰু প্ৰেছৰ সৌজন্যত

This book has been printed on concessional paper made available by the Govt. of India.

বিছ্‌মিল্লাহিৰ ৰহ্‌মানিৰ ৰহিম ।
নহমদলুৰ নুচল্লি আলা ৰুছুলিহিল ৰিম ।।

# গোহাৰি

নামাজেই হ'ল ইছলামৰ প্ৰাণ। নামাজৰ দ্বাৰাই মানুহে নিজকে নিজে চিনি পাই আৰু শেষত গৈ নামাজৰ দ্বাৰাই এই বিশ্ব সংসাৰৰ প্ৰতিপালক ৰব্বোল আলেমিনকো চিনি পোৱা সম্ভৱ হয়। আল্লাহতালাৰ 'দিদাৰ' হাচিল কৰিবলৈ নামাজ বন্দেগী কৰাই হ'ল আমাৰ ঘাই উদ্দেশ্য। বেহেস্ত লাভ কৰা বা দোজখৰ শাস্তিৰপৰা নাজাত লাভ কৰাটো অৱশ্যে এই ঘাই উদ্দেশ্যটোৰ ভিতৰতে সোমাই আছে। আল্লাহতালাৰ 'দিদাৰ' লাভৰ অৰ্থে যদি নামাজ বন্দেগী কৰা যায় তেন্তে কোনেও বেহেস্তৰো আশা পালি থাকিব নালাগে বা দোজখৰো ভয় কৰি থাকিব নালাগে; কিয়নো আল্লাৰ ওচৰ পোৱাটোৱেই হ'ল মানুহৰ পৰম আকাঙ্ক্ষাৰ বস্তু।

কিন্তু আমাৰ এই পৰম আকাঙ্ক্ষাৰ বস্তুটো লাভ কৰিবলৈ আমি কেৱল মাত্ৰ পঞ্জেগানা নামাজতেই আৱদ্ধ থাকিলে হ'ব জানো? অৱশ্যে পঞ্জেগানা নামাজো সদায় নিয়মমতে আদায় কৰিব পাৰিলেও আমাৰ 'নাজাত' বা পৰিত্ৰাণৰ বাট মুকলি হব। কিন্তু এই পঞ্জেগানা নামাজো আমি যে ঠিক নিয়ম অনুসৰি আদায় কৰিব পাৰিছো, সেই কথা ডাঠি কোৱা টান। গতিকে আমাৰ ভুল-ভ্ৰান্তিৰ ক্ষতিপূৰণ কৰিবৰ কাৰণেই অতিৰিক্ত বা নফিল এবাদত বন্দেগীসমূহ ঘাই নামাজ্ ৰোজাৰ পৰিপূৰক হিচাপে আদায় কৰাৰ ব্যৱস্থাৰ কথা হদিচ শ্ৰীফত পুঙ্খানুপুঙ্খৰূপে বৰ্ণোৱা আছে আৰু এইবিলাককে যথাসাধ্যে পালন কৰি চলিবলৈ বহু বহু তাকিদ দিয়া আছে।

ধৰক, কোনো এজন মানুহৰ জ্বৰ হৈছে; ডাক্তৰে আহি ৰোগীৰ চিকিৎসাৰ ব্যৱস্থা কৰি দৰব্ৰ দিছে। দৰব্ৰ দিওঁতে কিন্তু ডাক্তৰে অকল এটা দৰৱেই দিয়া নাই। ঘাই জ্বৰৰ ঔষধৰ লগতে আৰু কেইটামান

অতিৰিক্ত দৰৱ মিহলাই দিছে। কিয়নো ঘাই ৰোগটোৰ সৈতে হয়তো আন আন ৰোগো মিহলি আছে। ডাক্তৰৰ উদ্দেশ্য এয়ে যে ৰোগীৰ জ্বৰটো কিজানি পেটৰ বিকাৰৰ কাৰণেই হৈছে। ৰোগীৰ হাত এখনো উখহা দেখা পাই ডাক্তৰে সেইপিনেও মন দিব লগীয়াত পৰিছে। গতিকে ডাক্তৰে ঔষধ দিওঁতে ঘাই পানী লগা জ্বৰৰ ঔষধৰ লগতে আৰু কেইটামান দৰৱ মিহলাই দিছে। অৰ্থাৎ ঘাই ৰোগৰ দৰৱৰ লগতেই আন আন পৰিপূৰক ঔষধৰো দৰকাৰ হৈছে। এই দৰৱ খাই ৰোগীয়ে আৰোগ্য লাভ কৰিছে। কিন্তু যদি পানীলগা জ্বৰৰ বাবে কেৱল মাত্ৰ এই ৰোগৰে চিকিৎসা হয়, তেন্তে সেই জ্বৰৰ আন আনবোৰ বিকাৰ থকাৰ কাৰণে তেনে ঔষধ কেতিয়াও ইমান কাৰ্যকৰী নহ'ল হয়।

ঠিক তেনেকৈয়ে আমাৰো ঘাই বা পঞ্জেগানা নামাজ আৰু ফৰজ ৰোজা আদি আদায় কৰিয়েই যে আমি আমাৰ সুখ-দুখৰ শৰীৰটোৰে আগুৰি থকা ৰুহটোক সন্তুষ্ট কৰিব পাৰিলো সেই কথা কোনেও ডাঠি কব নোৱাৰে। মৰুজগতৰ এই আলসুৱা শৰীৰটোৰেই হ'ল আমাৰ চিৰকলীয়া ৰুহৰ ঘাই প্ৰতিবন্ধক। এই শক্তিশালী প্ৰতিবন্ধকটোৰ কাৰ-ণেই আমাৰ ৰুহানী ৰোগৰ বিভিন্ন উপসৰ্গসমূহে শয়তান ৰূপে আহি আমাক সেও কৰেহি।

গতিকে এই ৰুহানী ৰোগৰ প্ৰতিকাৰ কৰিবলৈ আমাৰ ঘাই এবাদত বন্দেগীৰ উপৰিও পৰিপূৰক ৰূপে আন আন এবাদতৰো হদিচ কোৰাণৰ বিধান অনুসৰি আমাৰ কাৰণে একান্ত দৰকাৰ হৈ পৰিছে। ৰোগ যেনে-কুৱা ব্যৱস্থাও তেনেকুৱা কৰাটো স্বাভাবিক কথা।

পিছে এই নফলিয়াত আমোলসমূহৰ কথা ভালকৈ আৰু পৰিষ্কাৰ ৰূপে নজনাৰ কাৰণেই (জানিবৰো তেনে বিশেষ সুবিধা নথকাত) আমি এই বিষয়ে বহুত পাছ পৰি আছো। এই কাৰণেই আমাৰ তিথি পৰ্ব্ব-বিলাকো মাত্ৰ এটা প্ৰাণহীন পুৰণি নিয়ম হিচাপেহে পালন কৰিব লগীয়াত পৰিছোঁ। কিন্তু সেই মোবাৰক উৎসৱ বা পৰ্ব্বসমূহৰ যথাৰ্থতে নো কি উদ্দেশ্য আৰু আমি প্ৰত্যেক মুছলমানেই সেই সময়ত কি কৰা উচিত এইবিলাক কথা ভাবিবৰ দৰকাৰ বোধ নকৰি ওৱাজৰ মহফিল এখন পাতি আৰু সামাজিক 'ৰুসুমাত' কেইটামান আদায় কৰিয়েই সন্তুষ্ট থাকোঁহক।

কিন্তু এয়ে যথেষ্ট নহয়। আমাৰ চিৰকলীয়া ৰুহ ফেৰিকনো এই সুযোগতে কিমান দূৰ আল্লাহতালাৰ ওচৰলৈ আগবঢ়াই নিব পাৰো সেয়ে হ'ল আচল কথা।

ইচলামৰ প্ৰত্যেক তিথি-পৰ্ব্বই হ'ল এটা প্ৰাণৱন্ত সুযোগ। এই সুযোগ আমি হেলাৰঙে হেৰুৱাই দিব নালাগে। এয়েই হ'ল হজুৰে আকৰম চল্লাল্লাহু আলাইহে ৱা ৱালিহি অচাল্লামৰ আমাৰ প্ৰতি অচিয়ত।

যাতে আমাৰ তিথি-পৰ্ব্বৰ লাগতিয়াল আমলসমূহৰ বিষয়ে আৰু এইবিলাকৰ তাৎপৰ্য্যৰ বিষয়েও যৎকিঞ্চিৎ আভাস পোৱা যায় সেই উদ্দেশ্যেই মই কিছুমান মূল ধৰ্মপুথিৰ সহায় লৈ এই "বয়ানুল আমল" নামৰ পুথিখনি অসমীয়া সহজ ঘৰুৱা ভাষাত লিখি ৰাইজৰ খেদমতত আগবঢ়ালো। এনে 'বয়ানুল আমল' প্ৰত্যেক মুছলমান ভাই-ভনীসকলৰ কাৰণে অপৰিহাৰ্য্য বুলিলেও বেছি কোৱা নহব। এই ক্ষুদ্ৰ পুথিখনিৰ দ্বাৰা যদি মুছলমান ৰাইজৰ এফেৰিমানো উপকাৰ হৈছে বুলি জানো তেন্তে মন্নো মোৰ কঠোৰ পৰিশ্ৰম সাৰ্থক হৈছে বুলি জানিম।

এই কামত মোৰ বন্ধু-বান্ধৱ, ছাত্ৰ সমাজ আৰু মোৰ আত্মীয় স্বজনে আগতীয়াকৈয়েই মোক যথেষ্ট পৰিমাণে উৎসাহ দিয়াত এইখিনিতে মই তেখেতসকলকো মোৰ আন্তৰিক শলাগ জনালোঁ। ইতি-

আৰজমন্দ

২৫।১০।৫৩ চন

আবুল ফজল চৈয়দ আহমদ
পল্টনবজাৰ, গুৱাহাটী

# কৈফিয়ৎ

আমাৰ বাবাজান আবুল ফজল চৈয়দ আহমদ চাহাবৰ ইন্তেকালৰ বেচ কিছু বছৰ পিছৰ কথা। এদিন মাজানে মোৰ হাতত বাবাজানৰ হাতে লিখা কিছুমান পুৰণি কাগজ-পত্ৰ আনি দিলেহি। চাই দেখিলোঁ সেইখিনি কাগজ দুখন আপুৰুগীয়া পুথিৰ পাণ্ডুলিপিৰ বাহিৰে আন একো নহয়। নাম লিখা আছিল 'বয়ানুল আমল' ১ম খণ্ড, ২য় খণ্ড।

মুছলমান অসমীয়া সমাজৰ উপকাৰৰ কথা চিন্তা কৰিয়ে এদিন বাবাজানে ছপাম বুলিয়েই এইখিনি অসমীয়াতে লিখি উলিয়াইছিল। আনকি "গোহাৰি" পৰ্যন্ত লিখা হৈ গৈছিল। অৰ্থাৎ ছপাশাললৈ পঠিয়াবলৈ প্ৰায় সম্পূৰ্ণ সাজু কৰিয়ে থোৱা হৈছিল। কিন্তু দুৰ্ভাগ্যবশতঃ কালৰ কুটিল গতিত বাবাজানৰ জীৱিত অৱস্থাত সেইখিনি কাম হৈ নুঠিল। বাবাজানৰ অকাল বিয়োগ ঘটিল।

পাণ্ডুলিপিখিনিৰ সকলো কামেই প্ৰায় সম্পূৰ্ণ কৰা হৈছিল যদিও কিছুমান লিখা দুয়ো পিঠিয়ে লিখাত আৰু ঠায়ে ঠায়ে পোকে কুটি পেলোৱাত মই পুনৰায় সেইবোৰ নতুনকৈ লিখিবলগীয়া হ'ল। লিখিলো হয়, কিন্তু হেৰোৱা পাঠৰ পাঠোদ্ধাৰ কৰিবলৈ যথেষ্ট কষ্ট কৰিবলগীয়া হ'ল। তথাপি অজানিতে যদি কিবা ভুল-ভ্ৰান্তি ৰৈ যায় আল্লাহতালাই যেন মাফ কৰে আৰু পঢ়ুৱৈ সমাজৰ পৰাও মই মাফি মাগিলোঁ।

পুথিখনিয়ে সহৃদয় পঢ়ুৱৈ সমাজৰ পৰা সমাদৰ পালে বাবাজানৰ কঠোৰ পৰিশ্ৰম সাৰ্থক হ'ব আৰু ৰুহবো মাগফেৰাত হ'ব। দোওৱা কৰিব যাতে পৰম কৰুণাময় আল্লাহতালাই আমাৰ বাবাজানক জান্নাতবাসী কৰে। এয়ে মোৰ আৰজ। আমিন।

খোদাহাফিজ

চৈয়দা চকিনা আশ্ৰফ
পাণবজাৰ, গুৱাহাটী
১৪।২।৭৯

# সূচীপত্ৰ

**২য় খণ্ড**

# বয়ানুল আমল

## মোহৰ্ৰম মাহৰ মজ্লিলতৰ বয়ান

চান্দ্ৰ মাহৰ ভিতৰত মোহৰ্ৰম মাহেই প্ৰথম মাহ। পাঞ্জেগানা বা পাঁচ ৱাক্ত নামাজৰ বাহিৰে যেনেকৈ আন আন নামাজৰ ভিতৰত তহজ্জুদ নামাজৰ মৰ্ত্তবা সকলোৰে ওপৰত ঠিক তেনেকৈয়ে বাৰটা মাহৰ ভিতৰত মোৰ্হৰম মাহৰ মৰ্ত্তবা আন কেইটা মাহতকৈ ওপৰত।

১। এই মাহৰ দহ তাৰিখে আল্লাহতালাৰ হুকুমত হজৰত মুছা আলাইহিচ্ চালামে বণি ইচ্ৰাইল কওমক ফেৰাউনৰ জুলুমৰ পৰা উদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল আৰু মুছাৰ (আঃ) চিৰশত্ৰু ফেৰাউন বাদচাহক সদলবলে মিছৰৰ নীল দৰিয়াত ডুবাই মাৰে। সেই সময়ত গোটেই পৃথিবীৰ ভিতৰতেই এইটো এটা বৰ ডাঙৰ ঘটনা আছিল। হজৰত মুছাই (আঃ) খোদাতালাৰ ওচৰত শুকুৰিয়ানা আদায় কৰিবলৈ সেই দিনা ৰোজা ৰাখিছিল।

২। এই মাহৰ দহ তাৰিখে হজৰত নুহৰ (আঃ) কিস্তি অৰ্থাৎ জাহাজখন ধুমুহা আৰু বানপানীৰ বিপদৰ পৰা উদ্ধাৰ হৈ 'জুড়ি' নামৰ পাহাৰ এখনৰ ওপৰত নোঙৰ পেলাইছিল আৰু দুকুৰি দিনৰ মূৰত এনে মুচিবতৰ পৰা নাজাত পোৱাৰ কাৰণে আল্লাহৰ ওচৰত শুকুৰিয়ানা আদায় কৰিবলৈ নিজে ৰোজা ৰাখে আৰু তেওঁৰ উন্মত সকলকো ৰোজা ৰাখিবলৈ হুকুম দিয়ে।

৩। এই মাহৰ দহ তাৰিখে হুজৰত আদম (আঃ) আৰু হজৰত ইব্ৰাহীম (আঃ) জন্ম গ্ৰহণ কৰিছিল।

৪। হজৰত ইউনুচ (আঃ) মাছৰ পেটৰ পৰা ৰক্ষা পাইছিল এই মোহৰ্ৰম মাহৰ দহ তাৰিখে।

এতেকে দেখা যায় যে, উক্ত প্ৰধান প্ৰধান ঘটনাসমূহৰ সকলো বিলাকেই মোহৰ্ৰম মাহৰ দহ তাৰিখেই সংঘটিত হৈছিল। সেই কাৰণেই এই দিনটোক "আচুৰা"ৰ দিন বুলি কোৱা হয়।

'আচুৰা' শব্দটো আৰবী ভাষাৰ শব্দ নহয়। এই শব্দটো হিব্ৰু ভাষাৰ পৰাহে লোৱা হৈছে। এই ভাষাত আচুৰাৰ অৰ্থ হ'ল 'বৰকতৰ

পুঞ্জী'। কিয়নো এনে এটা দিন বৰকত আৰু মৰ্ত্তবাৰ পুঞ্জী নহৈ নো আৰু কি হব পাৰে? সেই সময়ত এই দিনটো অতি আনন্দৰ দিনহে আছিল।

আমাৰ শেষ নবী হজৰত ৰছুলে আকৰম চল্লাল্লাহ আলাইহি ৱচাল্লামেও এই দিনটো যে সাধাৰণ দিন নহয়, সেই কাৰণে আল্লাহ-তালাৰ এবাদত বন্দেগী কৰি ৰোজা ৰাখি এই বুৰ্জোগ দিনটোৰ 'হক' আমাক আদায় কৰিবলৈ হুকুম দি গৈছে আৰু নিজেও কৰি গৈছে।

হজৰত মোহাম্মদ চল্লাল্লাহ আলাইহে ৱচাল্লামে নিজেই জানি-ছিল যে তেওঁৰ অবৰ্তমানত তেওঁৰ ঘৰতেই এনেকুৱা এটা লেখত লবলগীয়া ঘটনা ঘটিব, যি ঘটনাৰ দিনটোও হব দহ মোহ'ৰম। কিন্তু ৰছুলুল্লাহে (দঃ) সেই ঘটনাৰ বিষয়ে একো উল্লেখ নকৰি মাত্ৰ আচুৰাৰ দিনটোৰ মৰ্ত্তবা আৰু বঢ়াই দি এই দিনাৰ কৰ্তব্যৰ বিষয়ে আমাক বহুত কথা জনাই থৈ গৈছে।

অৱশেষত নবুওতৰ ৬১ হিজৰীৰ দহ মোহ'ৰম তাৰিখে সেই পৃথিৱী বিখ্যাত ঘটনাটো ঘটিল যিটো ঘটনা আজিও "শ্বহীদে কাৰ-বালা" ৰূপে জগতবিখ্যাত হৈ আছে। অৱশ্যে এইটো এটা করুণ শোকৰ দিনহে। আনন্দৰ দিন নহয়। এই শোকৰ দিনতো আগেয়ে কৈ অহা মতে, এই দিনটোত আমাৰ কৰ্তব্যৰ বহু'দিহা দিয়া হৈছে। সেইবিলাক নিয়ম মতে পালন কৰি চলিব পাৰিলে ইহকাল ও পৰ-কালৰ কামত বৰকত হব আৰু লগে লগে নাজাতৰো পথ মুকলি হব। এই শ্বহীদে কাৰবালাৰ দিনটোও আচুৰাৰ মৰ্ত্তবাৰ একে শাৰীতে খাপ খাই ৰৈছে।

## মোহৰ'ম মাহৰ আমল

আচুৰাৰ খাচ ফজিলত আৰু আমলৰ বিষয়ে পিছত কোৱা হব। এতিয়া এই পৱিত্ৰ মোহৰম মাহত, মাহ হিছাপে, কি কি কৰিব-লগীয়া আছে তাৰেই উল্লেখ কৰা হ'ল।

১। হজৰত আয়েশা বিবি ৰাজিয়াল্লাহু আনহুৰ জৰিয়তে আমি জানিবলৈ পাওঁ যে, যি লোকে এই মাহৰ প্ৰথম ৰাতি ৪ চালা-মেৰে ৮ ৰাকাত নামাজ আদায় কৰে আৰু প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পিছত চুৰা এখলাচ (কুলহুৱাল্লাহ) ১০ বাৰকৈ পঢ়ে, সেই আমলকাৰীয়ে হজৰতৰ শাফাত তো পাবই আনকি তেওঁৰ ঘৰৰ পৰিয়ালৰ সকলোৱে এই শাফাতৰ অধিকাৰী হব।



২। শ্বেখ বাহাউদ্দিন (ৰাঃ) এ কৈছে যেঁ—। এই মাহৰ প্ৰথম ৰাতি ৬ ৰাকাত নামাজ পঢ়িব লাগে আৰু প্ৰত্যেক ৰাকাতত চুৰা ফাতি-হাৰ পিছত ১১ বাৰকৈ চুৰা এখলাচ পঢ়ি চালাম ফিৰোৱাৰ পিছত ২১ বাৰ "চুব্বুহুন', কুদ্দুচুন ৰাব্বানা ৱ ৰাব্বোল মালায়কতে ৱৰ ৰুহ।" এই তচবিহ পঢ়ি আল্লাহতালাৰ ওচৰত মোনাজাত কৰিব। আল্লাই কৰিলে এই আমলকাৰীয়ে গোটেই বছৰটো নিৰাপদে থাকিব যদিহে তেওঁ আৰু কোনো গুণাহ নকৰে।

এই ৰাতিৰ আমলৰ বিষয়ে আৰু কেইটামান আমল আছে। ইয়াত মাত্ৰ দুটা, উল্লেখ কৰা হ'ল। এতিয়া মোহ'ৰম মাহৰ প্ৰথম তাৰিখৰ দিনৰ নামাজৰ বিষয়েও দুটা আমল তলত উল্লেখ কৰিলোঁ।

১। হাদিচ শ্বৰীফত আছে যে—যি লোকে এই মাহৰ প্ৰথম তাৰিখে দিনত মাত্ৰ দুই ৰাকাত নামাজ পঢ়ি যি মোনাজাত কৰে আল্লাহ তালাই সেই মোনাজাত আখৰে আখৰে কবুল কৰে। আমলকাৰীৰো অশেষ নেকি হয়।

২। আন এটা হাদিচ মতে আজিৰ দিনত সেই একেই নামাজৰ কথা উল্লেখ আছে। কেৱল মোনাজাতটোহে পৃথক। অৰ্থাৎ আজিৰ দিনত সেই দুই ৰাকাত নামাজ নিজৰ ইচ্ছামতে চুৰা মিলাই পঢ়িব। তাৰ পিছত মনস্থিৰ কৰি লৈ তলত দিয়া মোনাজাত কৰিব।

"হে আল্লাহ তুমিয়ে মোৰ মাবুদ। আল্লাহ। তুমি চিৰকালৰ পৰা আছা চিৰকাল থাকিবা। এই নতুন বছৰৰ কাৰণে হে আল্লাহ মোক চয়তানৰ পৰা বাঁচি থাকিবলৈ শক্তি দিয়া। মোৰ বেয়া ৰিপুবোৰ, যিবোৰে মোক বেয়া কাম কৰিবলৈ সদায় উদ্‌গনি দিয়ে, সেইবোৰৰ পৰাও মোক বচাই ৰাখা। হে দয়ালু, হে মহৎ আৰু সক-লোকে উপযুক্ত বঁটা দিওঁতা আল্লাহতালা! সেইবিলাক কামত মই ব্যস্ত থাকিবলৈ শক্তি বিচাৰিছো, যিবিলাক কামৰ দ্বাৰা মই এই দুনীয়াতেই আপোনাৰ কাষ চাপিবলৈ সুবিধা পাব পাৰোঁ। আমিন॥"

এই নামাজ আৰু দোওৱা আল্লাহতালাৰ ওচৰত নিশ্চয় কবুল হৈ থাকে। আৰু সেই অনুসৰি আমলকাৰীয়ে ফল লাভ কৰে।

## আচুৰাৰ ফজলত

আচুৰাৰ দিনা আৰু তাৰ পূৰ্বৰ দিনটো অৰ্থাৎ মোহৰ'ম মাহৰ ৯ আৰু ১০ তাৰিখে, এই দুদিন ৰোজা ৰখাৰ ফজিলত বহুত। হাদিচ

শ্বৰীফ মতে কোনো মানুহে যদি পৃথিৱী পৰিমাণ ধন-সোণ দুখীয়া নিছ-লাব মাজত ভগাই দিয়ে তথাপি এই ৰোজাৰ নেকিৰ সমান হব নোৱাৰে। এই ৰোজাৰ ৰোজাদাৰসকলৰ কাৰণে আল্লাহতালাই বেহেস্তৰ আঠো-খন দুৱাৰ মুকলি কৰি দিয়ে। তেওঁলোকৰ ওপৰত দোজখৰ জুই আল্লাহতালাই হাৰাম কৰি দিয়ে। তাৰোপৰি এনে আমলকাৰীৰ পৰিত্ৰাণ হ'ল মৃত্যুৰ সময়তো একো কষ্ট নাপায় আৰু কবৰৰ ভিতৰতো হিছাব-কিতাবৰ প্ৰশ্ন নাই। এই কাৰণে হজুৰে আকৰম চল্লাল্লাহু আলাইহি ৱচাল্লামে এই ৰোজা পালন কৰিবলৈ উন্মত সকলক বহু বহু তাগিদ দি গৈছে। সেই সময়ত আৰবৰ মাতৃ সকলেও নিজ নিজ কেচুৱা সন্তানক পিয়াহ নিদি ৰোজা পালন কৰোৱাইছিল।

খাচ কৰি আচুৰাৰ দিনা নামাজ, কোৰাণ আৰু এবাদত বন্দে-গীৰ নিয়ত কৰি যি লোকে গোছল কৰে, সেই গোছলৰো বিশেষ ফজিলত আছে। কোৱা হৈছে —গোছলৰ প্ৰত্যেক টুপি পানীৰ পৰিবৰ্তে অশেষ নেকিৰ অধিকাৰী হয়।

ৰছুল কেৰিম চল্লাল্লাহু আলাইহি ৱচাল্লামে আকৌ কৈছে যে যদি কোনোৱে এই আচুৰাৰ দিনা পাক কোৰাণশ্বৰীফৰ পৰা অন্ততঃ দহটা আয়াতো পঢ়ে, তেনে সেইজন লোকৰ গোটেই বছৰটো কোৰাণশ্বৰীফ পঢ়াৰ সমান নেকি হাচিল হয়। এই দিনত চকুত চুৰমা লগালে চকুৰ ৰোগ আৰোগ্য হয়। এই দিনা কোনো আলিম পৰহেজগাৰ আৰু মোত্তাকি লোকক গৈ দেখা কৰিলে আল্লাহতালাই পয়গম্বৰক দেখা কৰাৰ সমান চওৱাব দিয়ে। এই দিনা এতিম ল'ৰা-ছোৱালীৰ মনত আনন্দ দিলে আল্লাহৰ হুকুমত আল্লাহতালাৰ গজবৰ পৰা নাজাত লাভ কৰে আৰু শ্ৰেষ্ঠ বেহেস্তত ঠাই পায়। এই দিনা যদি দুটা শত্ৰুতা থকা দলৰ মাজত মিত্ৰতা স্থাপন কৰিব পৰা যায় তেনেহলে এই মিলাই দিয়া মানুহজনে অশেষ চওৱাব পায় আৰু বিহিস্ত লাভ কৰে।

## আচুৰাৰ ৰাতিৰ নামাজ

১। হাদিচশ্বৰীফত আছে যে আচুৰাৰ ৰাতি দুই ৰাকাত নফিল নামাজ পঢ়িব লাগে। প্ৰত্যেক ৰাকাতত চুৰা ফাতিহাৰ পিছত পাঁচ বাৰকৈ চুৰা এখলাচ পঢ়িব আৰু নামাজ শেষ কৰি ৭০ বাৰ কলিমা তমজিদ পঢ়িব লাগে।

কলিমা তমজিদ—"চোবহানাল্লাহে ৱালহামদুলিল্লাহে ৱলা ইলাহা ইল্লাল্লাহু



আল্লাহু আকবৰ, ৱলা হাওলা ৱলা কুওৱাতা ইল্লা বিল্লাহ।"

এই নামাজ আদায়কাৰীৰ কবৰ আল্লাহতালাই কিয়ামত পৰ্যন্ত নুৰেৰে ৰৌশন কৰি ৰাখিব।

২। আচুৰাৰ ৰাতি, মাজ নিশাৰ পিছত খলুচ নিয়তেৰে ৪ ৰাকাত নামাজ (এক চালামত) পঢ়িব আৰু প্ৰত্যেক ৰাকাতত চুৰা ফাতিহাৰ পিছত এবাৰকৈ আয়তল কুৰচী পঢ়ি ৩ বাৰ কৈ চুৰা এখলাচ পঢ়িব। চালামৰ পিছত সেই জায়নামাজতে বহি ১০০বাৰ চুৰে এখলাচ পঢ়িলে, এই নামাজ আদায়কাৰী জনৰ হকে আল্লাহতালাই অশেষ মেহেৰ বাণীৰে তুষ্ট হৈ জীৱনৰ সকলো গুণাহ মাফ কৰি তেওঁক কবৰ আৰু কিয়ামতৰ বিপদৰ পৰা সম্পূৰ্ণ ৰেহাই দিব। কিয়নো খাচ নিয়তেৰে পঢ়া এই আমলকাৰীৰ ঈমানৰ পৰীক্ষা হৈ গ'ল।

আচুৰাৰ দিনৰ নামাজৰ বিষয়ে এটা সুন্দৰ ঘটনা কিতাবত উল্লেখ কৰা আছে এইদৰে—কুতুবুদ্দিন বখতিয়াৰ কাকি (ৰাঃ) এজন ৰব ডাঙৰ অলি আছিল। তেওঁ ৰাৱায়েত কৰিছে যে—এদিন বিখ্যাত অলি হাচান বচৰিৰ (ৰাঃ) ওচৰত এজন মানুহ আহি তৌবাহ কৰিবলৈ বিচাৰিলে। সেই মানুহজনৰ পেশা আছিল মাজ ৰাতি কবৰ খান্দি মৰা মানুহৰ কফন চুৰি কৰা। ইতিমধ্যে মানুহজনে প্ৰায় দুশজনৰো অধিক মৃতলোকৰ কফন চুৰ কৰিছিল।

হাচান বচৰি (ৰাঃ) চাহাবে সেই মানুহজনৰ কফন চুৰ কৰাৰ অভিজ্ঞতাৰ বিষয়ে জানিবলৈ খোজাত মানুহজনে কলে—"হজুৰ সেইয়া ৰৰ ভয়ঙ্কৰ কথা। সচৰাচৰৰ দৰে সেইদিনাও ৰাতি মই নতুন কবৰ এটা খুলি দেখো যে মৃত লোকজনৰ মুখ মণ্ডল অতিপাত ক'লা হৈ আছে, আৰু হাত ভৰিবোৰো কিহবাৰে বান্ধি থোৱা আছে, পেটটো ফুলি ভয়ানক ৰূপে ওফন্দি আছে আৰু মুখেৰে অনবৰত পুজ পানী বৈ আছে। কিন্তু আচৰিত কথা মানুহজনৰ চকু দুটা জীৱন্ত মানুহৰ চকু যেনেই লাগিল। এই বীভৎস দৃশ্য দেখা মাত্ৰকে মই কবৰটো তেনেকৈয়ে এৰি দৌৰি পলাবলৈ ধৰিলো। এনেতে সেই মানুহজনে মোক চিঞৰি চিঞৰি মতা মই শুনিবলৈ পালোঁ। মাত শুনি মই ভাবিলো—মানুহজন হয়তো জীয়াই আছে। মই অলপ সাহ পালো আৰু লাহে লাহে আকৌ কবৰটোৰ ফালে আগবাঢ়িলোঁ। ওচৰ পাই মই সুধিলো, কোন তুমি? মোক কিয় মাতিছা?

কবৰত থকা মানুহজনে ক্ষীণ মাতেৰে উত্তৰ দিলে—"মই এজন মুছলমান মানুহ। পৃথিৱীত থাকোতে নামাজৰ লগত মোৰ সম্বন্ধতো

নাছিলেই তদুপৰি মই মদ খাই, মিছা কথা কৈ আৰু সকলো বিধৰ গুণাহৰ কামত লিপ্ত আছিলো। মৰিবৰ সময়তো ইমান আকস্মিক ভাৱে মৰিলো যে তৌবাহ কৰিবলৈয়ো সময় নাপালো। এইবোৰ কাৰণতেই কবৰত মোৰ আজি এনে ভয়ঙ্কৰ দুৰৱস্থা।" এইখিনি কৈয়ে মোৰদা জনে মোক পানী খুজিলে। কিন্তু পানী খোজা মাত্ৰকে কবৰৰ ভিতৰৰপৰাই এনে এটা গুৰু গম্ভীৰ মাতে মোক ডবিয়াই গুছি যাবলৈ কলে যে, মই থৰথৰ কৈ কপি সেই মুহূৰ্ততে সেই ঠাই এৰি পলালো। ইয়াৰ পিছত ভয়তে মই বহুত দিন কফন চুৰ কৰা নাছিলোঁ। কিন্তু হুজুৰ! এইটো যে মোৰ একমাত্ৰ পেশা। কফনৰ কাপোৰ চুৰ কৰি বেচি নাখালে, ৰোজগাৰৰ পথ মোৰ বন্ধ। কাৰণ জীয়া মানুহৰ ঘৰলৈ গৈ চুৰ কৰিবলৈ সাহস মোৰ নাই। মৰা মানুহে জীয়া মানুহক একো কৰিব নোৱাৰে। এতেকে বহুতো ভাবি-চিন্তি মই আকৌ মোৰ পূৰ্বৰ কামতে লাগি গলো। অন্ধকাৰ ৰাতি কবৰস্থানে কবৰস্থানে গৈ নতুন কবৰ বিচাৰি ফুৰো। এনেকৈ মোৰ ৰোজগাৰ ভালেই চলি আছিল।

কিন্তু! আকৌ হঠাত এদিন ৰাতি, নতুন কবৰ এটা পাই মই খান্দি কফন উলিয়াবলৈ লওঁতেই দেখিবলৈ পালো যে কবৰৰ ভিতৰত মানুহজন বহি আছে। তেওঁৰ মুখৰ জেউতি ইমান চৰিছে যে তাৰ পোহৰেৰেই কবৰটো পোহৰ হৈ আছে আৰু মোৰ মনত হ'ল যেন কবৰৰ ভিতৰত এখনি ধুনীয়া ফুলনি বাগিছা আছে। মানুহজনে মোক দেখা পাই মিচিকি হঁহা যেনো লাগিল। এই মানুহজনক দেখি মই কিন্তু অলপো ভয় নাখালো। মই মানুহজনক সাহ কৰি সুধিলো—আপুনি কোন? কি এনে নেক আমলৰ বাবে আপুনি কবৰৰ ভিতৰতো খুচী মনেৰে বহি আছে?

কবৰৰ ভিতৰৰ পৰা মানুহজনে অতি গুৰু গম্ভীৰ স্বৰে মাত লগালে—"চোৰা! ময়ো এসময়ত তোমাৰ দৰেই এজন কফনচোৰ, গুণাহগাৰ লোক আছিলো। কিন্তু মৰিবৰ কেইবছৰমান আগতে এদিন মই মোৰ্হৰম মাহৰ আচুৰাৰ দিনা এখন ওৱাজৰ মজলিচত উপস্থিত আছিলো আৰু সেই ওৱাজৰ মহফিলতে শুনিছিলোঁ যে যদি আচুৰাৰ দিনা কোনোৱে তিনি চালামত ছয় ৰাকাত নফিল নামাজ পঢ়ে আৰু নামাজৰ পিছত দোওৱা, দৰুদ আৰু এস্তেগফাৰ পঢ়ি খলুচ নিয়তেৰে আল্লাহতালাৰ ওচৰত নিজ নিজ গুণাহৰ মাফিৰ কাৰণে, চকুৰ পানী বোৱাই দুই হাত তুলি দোওৱা খোজে তেন্তে আল্লাহতালাই



সেই দিনৰ বুজৰোগীৰ কাৰণে আমলকাৰীৰ দাপি ধৰা হাত কেতিয়াও বিফলে তলত নামিবলৈ নিদিয়ে। অৰ্থাৎ আল্লাহতালাই সেই মোনাজাতকাৰীৰ মোনাজাত লগে লগেই কবুল কৰি লয়।

এই কথা শুনা মাত্ৰকে ময়ো ওৱাজৰ মহফিলৰ পৰা ততালিকে ঘৰলৈ আহি অতি আগ্ৰহসহকাৰে সেই ছয় ৰাকাত আচুৰাৰ নামাজ, দোওৱা, দৰুদ, এস্তেগফাৰ আৰু মোনাজাতেৰে সৈতে আদায় কৰিলো। ইয়াৰ পিছত মই চাৰি বছৰকাল জীয়াই আছিলো। এই চাৰি বছৰে আচুৰাৰ দিনৰ এই নামাজ অতি মনোযোগেৰে সমাপণ কৰিছিলো।

আল্লাহতালাই সেই আমলৰ বাবে আজি মোক কবৰৰ আজাৱৰ পৰা মাফ দিছে। মনকিৰ, নকিৰো মোৰ ওচৰলৈ অহাৰ দৰকাৰ বোধ কৰা নাই।

ইমানখিনি কৈয়ে কবৰৰ ভিতৰৰপৰা কথাকোৱা মানুহজন নিমাত হ'ল আৰু চকুৰ পলকতে কবৰটো পূৰ্বৰ দৰে বন্ধ হৈ গ'ল।"

এইদৰে নিজৰ অভিজ্ঞতাৰ কথা বৰ্ণনা কৰি মানুহজনে হাচান বচৰি (ৰাঃ)ক ক'লে—"হুজুৰ! কবৰৰ মানুহজনৰ কথা শুনি মোৰো চকু মুকলি হ'ল আৰু ময়ো লৰালৰিকৈ আপোনাৰ ওচৰত তৌবাহ কৰিবলৈ আহিলো। মই আপোনাৰ ওচৰত প্ৰতিজ্ঞা কৰিলোঁ যে মই মোৰ হীন বৃত্তি এৰি দি আজিৰ পৰা আচুৰাৰ ছয় ৰাকাত নামাজ মোৰ ওপৰত ফৰজ কৰি ললোঁ। হজৰত হাচান বচৰিয়ে (ৰাঃ) কফনচোৰজনৰ সুমতি হোৱা দেখি অশেষ দোওৱা কৰিলে আৰু গুণাহৰ তৌবাহ কৰাই তেওঁৰ পৰকালৰ বাট মুকলি কৰি দিয়ালে।

## চফৰ মাহৰ ফজিলতৰ বয়ান

চান্দ্ৰ মাহৰ দ্বিতীয় মাহৰ নাম 'চফৰ'। চফৰৰ অৰ্থ হ'ল খালী বা উদং। পূৰ্বৰপৰাই আৰব দেশত সাধাৰণতে এইটো মাহত প্ৰত্যেক ঘৰৰ প্ৰায়ভাগ পুৰুষ মানুহে ঘৰ উদং বা খালি কৰি অৰ্থাৎ চফৰ কৰি বহু দূৰ দূৰণিলৈ ওলাই গৈছিল আৰু ইদলে সিদলে যুঁজ বাগৰ কৰি ফুৰিছিল। ইয়াঁৰ ফলত বহুতো প্ৰাণহানি, অঙ্গহানি আৰু স্বাস্থ্যহানি ঘটিছিল। কিন্তু সেই কালত আৰবসকলৰ মন ইমান অন্ধবিশ্বাসেৰে পৰিপূৰ্ণ আছিল যে নিজৰ কাৰ্য-কলাপৰ কথা পাহৰি, তেওঁলোকৰ দুখ-কষ্ট আৰু বিপদ-আপদৰ মূল কাৰণ বুলি চফৰ মাহটোকেই দায়ী কৰিছিল। তাৰ উপৰি তেওঁলোকে এইটো কথাও

জানিছিল যে, হজৰত আদম (আঃ)-এ বেহেস্তত নিষিদ্ধ ফল (গন্দুম) খোৱাৰ অপৰাধত এই মাহতেই বেহেস্তৰ পৰা বহিষ্কৃত হৈছিল। আকৌ আদম (আঃ)ৰ পুত্ৰ হাবিল আৰু কাবিলৰ মাজত যুদ্ধ হোৱাত হাবিলে কাবিলক বধ কৰে এই চফৰ মাহতেই। সেইয়াই আছিল পৃথিবীৰ প্ৰথম নৰহত্যা আৰু মৃত্যুও। এনে ধৰণৰ আৰু বহতো ঘটনা এই মাহত হোৱা কাৰণে মানুহৰ মনৰ কুসংস্কাৰৰ ভাৱ আৰু প্ৰবল হৈ পৰিছিল। ইয়াৰ উপৰিও আল্লাহতালাৰ হুকুমত আখেৰী নবী, ৰছুলে আকৰম চল্লাল্লাহু আলাইহি ৱচাল্লাম শেষ বয়সত এই মাহতেই টান নৰিয়াত শয্যাগত হৈছিল। এতেকে চফৰ মাহ আৰম্ভ হলেই আৰববাসীসকলে মহাপ্ৰলয়ঙ্কৰী দৈত্য-দানৱৰ অমঙ্গলসূচক আমন বুলিহে ধৰি লৈছিল।

যদি আমাৰ পিয়াৰা নবী হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহি ৱচাল্লামে এই মাহতে সংসাৰৰ মায়া ত্যাগ কৰি গুছি গ'ল হয়, তেন্তে হয়তো আমিও এই মাহটোক 'মনহুচ' মাহৰ শাৰীত পেলালো হয়। কিন্তু আল্লাহতালাৰ ইচ্ছা সেইয়া নাছিল।

হজৰত (দঃ) আমাক দঢ়াই দঢ়াই কৈ গৈছে যে, আল্লাহতালাইহে সকলো প্ৰাণীকে পয়দা কৰিছে। আৰু সকলোৰে ৰিযক, হায়াত, মৌত আগতেই ভাগ্যত লিখি দিছে যদিও এইবোৰ সকলো নিজ কৰ্ম-ফলৰ ওপৰতো নিৰ্ভৰ কৰে। মৃত্যুৰ বাহিৰে প্ৰত্যেক ৰোগ নিদানৰ পৰা ৰক্ষা পাবলৈ যেনেকৈ আমাক উপায় দিছে, সেই ৰকমেই মৃত্যুৰ বাহিৰে প্ৰত্যেক বিপদ-আপদৰ পৰা উদ্ধাৰ পাবলৈয়ো আমাক আল্লাহ-তালাৰ সমীপত প্ৰাৰ্থনা কৰিবলৈ শিকাই গৈছে আৰু মৃত্যুৰ পিছতো আমাৰ নাজাত বা পৰিত্ৰাণৰ পথ মুকলি কৰিবলৈ দিহা দি গৈছে।

এনে স্থলত কোনো এটা বিশেষ মাহক অমঙ্গলৰ মাহ বুলি কোৱাতো গুণাহৰ কথা। কাৰণ সকলো মাহতেই মানুহৰ নিজ নিজ ভাগ্য অনুসৰি সুখ-দুখ, বিপদাপদ হ'ব পাৰে। ইমানতো যদি এই মাহটো বা আন কোনো মাহ বা দিন 'মনহুচ' মাহ বা দিন বুলি মানুহে ভয় খাই, তেনেহলে, আনফালে ক'বলৈ গ'লে মনহুচ বুলি ভবাৰ কাৰণেই এই মাহটোত আল্লাহতালাৰ কৰুণা ভিক্ষা কৰাৰ এটা "সোণোৱালী সুযোগ" বুলিও গণ্য হৈছে। আল্লাহতালা নিজেই ৰহমানুৰ ৰহিম। তেওঁ নিজ বান্দাৰ আকুল প্ৰাৰ্থনা শুনি কেতিয়াও নীৰৱে থাকিব নোৱাৰে। বৰঞ্চ, দুখীৰ দুখ মোচন কৰিবলৈ, ভয়াতুৰক ভয়ৰপৰা ৰক্ষা কৰিবলৈ তেওঁ সদায়ে প্ৰস্তুত। সেইজন্য ৰহমানুৰ ৰহিমে কৈছে— "তোমালোকে খোজা, মই দিওঁ।।"



এতেকে এই মাহত আমি আল্লাহতালাক নো কেনেকৈ, কি উপায়ে তুষ্ট কৰিব পাৰো, তাৰো উপায় আমাৰ উন্নত দৰদী নবী চল্লাল্লাহু আলাইহি ৱচাল্লামে আমাক সুন্দৰ ৰূপে শিকাই গৈছে।

## চফৰ মাহৰ নফলিয়াত

সকলো বিপদাপদৰ পৰা হাত সাৰি থাকিবলৈ এই মাহৰ প্ৰথম ৰাতি আৰু এই মাহৰ প্ৰথম জুম্মাৰ ৰাতি ইচা নামাজ বাদে কিন্তু বিতিৰ নামাজৰ আগতে এক চালামেৰে চাৰি ৰাকাত নামাজ পঢ়িবলৈ হুকুম আছে।

এই চাৰি ৰাকাতৰ প্ৰথম ৰাকাতত আলহামদুৰ পিছত কুলইয়া আইয়ুহাল কাফেৰুণ ১৫ বাৰ; দ্বিতীয় ৰাকাতত আলহামদুৰ পিছত কুলহুৱাল্লাহু ১৫ বাৰ; তৃতীয় ৰাকাতত আলহামদুৰ পিছত কুল আউজু বেৰাব্বিল ফালাক ১৫ বাৰ; আৰু চতুৰ্থ ৰাকাতত আলহামদুৰ পিছত কুল আউজু বেৰাব্বিন নাচ ১৫ বাৰ পঢ়ি চালাম ফিৰাব। তাৰ পিছত প্ৰশবাৰ ইয়াকা নাবদু ৱ ইয়াকা নাচতায়িন "অৰ্থাৎ—আপোনাৰেই আৰাধনা কৰিছো আৰু আপোনাৰেই সহায় বিচাৰিছো" পঢ়িব। ইয়াৰ পিছতেই লগে লগেই ৭০ বাৰ যি কোনো এটা দৰুদশ্বৰীফ পঢ়িব। (আটাইতকৈ সৰু দৰুদশ্বৰীফ হল—চল্লাল্লাহু আলাইহে ৱা আলিহি অচাল্লাম) শেষত অন্তৰেৰে সৈতে আকুল ভাবে আল্লাহতালাৰ ওচৰত নিজৰ মনৰ বাসনা পূৰ হবলৈ মোনাজাত কৰি এই নামাজ শেষ কৰিব।

## আখেৰি চাহাৰ শম্বা

চফৰ মাহৰ শেষ বুধবাৰটোকেই 'আখেৰি চাহাৰ শম্বা' বোলা হয়। মুছলিম সকলৰ বাবে এইটোও এটা বিশেষ কাৰণৰ পুণ্যৰ দিন।

হজৰত খাতেমুল আম্বীয়া চল্লাল্লাহু আলাইহে ৱালিহি ৱচাল্লামৰ মোবাৰক জীৱনৰ শেষ কালছোৱাত যেতিয়া মানুহে তেখেতক, এই অত্যাচাৰ, অনাচাৰ আৰু দুখ-দৈন্যৰ সংসাৰতে ইহকাল পৰকালৰ ভাগ্য নিয়ন্তা গুৰু ৰূপে পাই ধন্য হৈছিল আৰু তেখেতৰ কৰ্মময় জীৱনৰ অলৌকিক কৃতিত্ব দেখা পাই জগতৰ মানুহে তবধ মানিছিল আৰু তেখেতে যে বিশ্বপ্ৰেমিক আৰু শান্তিৰ দূত ৰূপে আল্লাহতালাৰ হুকুমত

জগতত আবিৰ্ভাব হৈ আল্লাহতালাৰ পূণ্যবাণী শুনাই বিশ্বৰ মানুহৰ হৃদয় জয় কৰিব পাৰিছিল, এইবোৰ কাৰণতে মানুহে তেখেতৰ প্ৰতি বিশেষৰূপে আকৃষ্ট হৈ পৰিছিল।

ঠিক এনে সময়তে হজৰত ৰহমাতুল লিল আলামিন চল্লাল্লাহু আলাইহি ৱচাল্লাম টান নৰিয়াত শয্যাগত হৈ পৰে। তেখেত আল্লাহ-তালাৰ পিয়াৰা দোষ্ট আৰু আমাৰ মৰমৰ আখেৰি নবী হলেও তেখেত যে মানুহেই আছিল। সেই কাৰণে তেখেতৰ উন্মতসকলে নৰিয়াৰ ফলাফল কি হব, কি নহব ভাবি অতিশয় বিচলিত হৈ পৰিছিল। চাৰিওফালে হাহাকাৰ লাগি গ'ল। উন্মতসকল শোকত ম্ৰিয়মান হৈ পৰিল আৰু আল্লাহপাকৰ দৰ্গাহত হজৰতৰ আশু ৰোগ মুক্তিৰ কামনা কৰি আকুল আবেদন জনাবলৈ ধৰিলে।

## হজৰত ৰছুলে মকবুল চল্লাল্লাহ আলাইহে ৱালিহি ৱচাল্লামৰ নৰিয়াৰ কথা

হজৰতৰ (দঃ) তেতিয়া বয়স হৈছিল মাত্ৰ ৬৩ বছৰ। কিন্তু যি কাৰণে আল্লাহতালাই তেখেতক শেষ পয়গম্বৰ ৰূপে এই জগতলৈ পঠিয়াইছিল আল্লাহতালাৰ মেহেৰবাণীত আৰু তেখেতৰ অসীম ধৈৰ্য্যৰ ফলত সকলো বিলাক কামেই প্ৰকৃত গঢ় লৈ উঠিছিল। ইয়াৰ পিছত আৰু তেওঁৰ কৰিবলগীয়া বিশেষ একোকে বাকী নাছিল। বিশ্বৰ মাজত প্ৰকৃত ইছলাম বা শান্তিৰ ধৰ্ম প্ৰতিষ্ঠা কৰি বিশ্বক উপহাৰ দিয়া কাৰ্যও সমাধা হৈ গ'ল। আল্লাহতালাৰ ওহদানিয়াত কায়েম কৰাত আৰু এক্ৰো খুত বাকী নাথাকিল। ইয়াৰ পূৰ্বেই আৰু কোনো পয়-গম্বৰে এইৰূপ সকলো কামৰ সম্পূৰ্ণতা লাভ কৰিব পৰা নাছিল। এতেকে সকলো কামৰ পূৰ্ণতা লাভ কৰাৰ বাবে আৰু আন এজন পয়গম্বৰৰ এক্ৰো আৱশ্যকেই নাথাকিল। সেই কাৰণে হজৰত মোহা-ম্মদ ৰছুলে আকৰম চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামক খাতেমুল মোৰচালিন নামেৰেও উল্লেখ কৰা হয়, অৰ্থাৎ সৰ্বশেষ নবী।

সেই সময়ত মোৰ্হাৰম মাহৰ পৰাই হজৰত খাতেমুল মোৰ-চালিন চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামৰ সামান্য জ্বৰ আৰু মূৰৰ বিষ হবলৈ আৰম্ভ কৰে। চাওঁতে চাওঁতে চফৰ মাহো আহি পৰিলহি। লাহে লাহে হজৰতৰ (দঃ) নৰিয়াও সংকট ৰূপ ধাৰণ কৰিবলৈ ধৰিলে। এই মাহৰ প্ৰথম তিনি সপ্তাহমান তেওঁ ভীষণ অসুখত বৰ কাতৰ



হৈ পৰিল। ভয়ানক জ্বৰ আৰু মূৰৰ বিষত তেওঁ প্ৰায়ে বেহুঁচ হৈ থাকিছিল। আত্মীয়-স্বজনৰ পৰা আৰম্ভ কৰি সমগ্ৰ জাহানতে হাঁহা-কাৰৰ ৰোল উঠিল, সকলোৱে আশা আৰু আশঙ্কাত কাল কটাবলৈ ধৰিলে। পৰম কৰুণাময় আল্লাহতালাৰ গুৰিত প্ৰাৰ্থনা কৰাৰ বাহিৰে মানুহৰ তেতিয়া আৰু কৰিবলগীয়া একোৱেই নাছিল।

আল্লাহ, ৰহমানুৰ ৰহিমে যেন ভক্তসকলৰ প্ৰাণৰ দোওৱা আৰু আকুল আবেদন কবুল কৰি হজৰতৰ ৰুহানি শিক্ষাৰ সাৰ্থকতাৰ প্ৰমাণ দিলে। কিয়নো হজৰতৰ মোবাৰক জীৱনৰ এই সঙ্কটময় অৱস্থা চলি থাকোতেই এই চফৰ মাহৰে ২৭ তাৰিখ বুধবাৰৰ দিনা ৰাতি-পুৱাতে হজৰতে (দঃ) বেহুচিৰপৰা হঠাতে চকু মেলিলে আৰু উম্মুল মোমিনিন হজৰত বিবি আয়েশ্বাক তেওঁৰ ওচৰতে বহি থকা দেখা পাই কলে—"আজি বুধবাৰ নহয়? আজি মই মোৰ শৰীৰটো বৰ পাতল অনুভৱ কৰিছো আৰু বোধকৰো মোৰ জ্বৰ আৰু মূৰৰ বিষো নাই।"

ইমান দিনৰ মূৰত হজৰতৰ (দঃ) মুখত এই কথা শুনি হজৰত বিবি আয়শ্বাই খুশীতে অধীৰ হৈ ঘৰৰ সকলোকে সেই সুসংবাদ দিলেগৈ। মহাখুশীত সকলোৱে আল্লাহতালাৰ উদ্দেশ্যে চকুৰ পানী বোৱাই শুকৰিয়ানা আদায় কৰিলে।

বেহুচিৰ পৰা চকু মেলিয়েই হজৰতে (দঃ) শৰীৰত ইমান শক্তি পালে যে তেওঁ নিজেই উঠি খোজ কাঢ়িবলৈয়ো সক্ষম হ'ল। তাৰপিছত হজৰতে (দঃ) সুস্থ মানুহৰ দৰে ভালকৈ গোছল কৰিলে। গোছলৰ পিছত অলপ ফিৰনি পথ্য ৰূপে তেওঁক খাবলৈ দিয়া হ'ল। হজৰতে (দঃ) মৰমৰ দুই নাতি হজৰত হাচান (ৰাঃ) আৰু হজৰত হুছেনক (ৰাঃ) লগত লৈ সেই পথ্য আহাৰ কৰিলে।

এনেতে হজৰতৰ (দঃ) আচহাব সকলেৰে ঘৰ ভৰি পৰিলহি। সকলোৰে আজি মুখ উজ্জ্বল। ইমান দিনৰ আশঙ্কাৰ ছাপ মূহূৰ্ততে যেন নাইকিয়া হৈ গ'ল। সকলোৱে আহি হজৰতৰ (দঃ) নুৰানি চেহেৰা মোবাৰক পৰিদৰ্শন কৰি অতি আদৰেৰে মোবাৰকবাদ জনালে।

এনেহেন আনন্দৰ দিনত আল্লাহতালাৰ শুকৰিয়ানা আদায় কৰিবৰ কাৰণে হজৰত আবুবক্কৰ চিদ্দিকে (ৰাঃ) সাত হাজাৰ ৰূপ দুখীয়া নিচলাক খায়ৰাত কৰিলে। তেনেকৈয়ে হজৰত ওচমানে (ৰাঃ) দহ হাজাৰ ৰূপ, হজৰত ওমৰ ফাৰুকে (ৰাঃ) পাঁচ হাজাৰ ৰূপ, হজৰত আলী (কঃ) তিনি হাজাৰ ৰূপ আৰু হজৰতৰ অন্যতম আচহাব

আব্দুৰ ৰহমান বিন আউফে (ৰাঃ) এশ জনী উট আৰু এশটা ঘোঁৰা দুখীয়া দৰিদ্ৰৰ মাজত আল্লাহতালাৰ নামত বিতৰণ কৰিলে। ইয়াৰ উপৰিও আৰু কিমানে যে কিমান চদ্‌কা খায়ৰাত কৰিলে তাৰ হিচাপ নাই।

এই ৰূপে চদকা খায়ৰাত কৰাৰ উখল-মাখলৰ যেতিয়া অন্ত পৰিল হজৰতৰ (দঃ) প্ৰধান প্ৰধান আচহাব সকল গৈ তেওঁৰ চাৰিও-ফালে অতি আদৰেৰে থিয় দিলেহি।

আচ্‌হাব সকলৰ সৈতে কথা-বতৰা পাতি হজৰতে (দঃ) যেতিয়া জানিব পাৰিলে যে, তেওঁৰ নৰিয়া টান হোৱাত চাৰিজন পুৰুষেৰে সৈতে এগৰাকী মহিলাই শোকতে বিহ্বল হৈ এনেভাৱে কন্দাকটা কৰিছিল যে অনবৰত কান্দোতে কান্দোতে তেওঁলোকৰ চকু বেয়া হৈ অন্ধ হৈ যায়।

এই কথা শুনি ৰছুলুল্লাহে (দঃ) মনত বৰ দুখ পালে আৰু তৎক্ষণাত তেওঁলোকৰ হকে আল্লাহতালাৰ গুৰিত মোনাজাত কৰিলে যাতে তেওঁলোকৰ কোনো ৰকমৰ আজাৱ হিচাব নোহোৱাকৈ বেহেস্তত ঠাই পায়। পাক কোৰাণত আছে যিসকলে হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহে ৱালিহি ৱচাল্লামক জানে বা ভক্তি শ্ৰদ্ধা কৰে সেই জনে আল্লাহতালাকো ভক্তি শ্ৰদ্ধা কৰাৰ চিন দিয়ে।

হজৰত মোহাম্মদ চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামৰ নৰিয়াত উন্মতসকলে বিচ্ছেদৰ ভয়ত ইমান অধৈৰ্য হৈ পৰিছিল যে এই কথাই হজৰতক (দঃ) বৰ চিন্তিত কৰি তুলিছিল। কিয়নো যিদিনাৰ পৰা এই সংসাৰত উন্মতসকলৰ সৈতে তেওঁৰ প্ৰকৃত বিচ্ছেদ ঘটিব, সেইদিনা নো তেওঁৰ উন্মতসকলে কেনেকৈ ধৈৰ্য ধৰি থাকিব ?

এই বুলি ভাবি হজৰত মোহাম্মদ চল্লাল্লাহু আলাইহি ৱচাল্লামে উন্মত সকলক অধৈৰ্য নহৈ আল্লাৰ খুশীতে খুশী হৈ চবুৰ কৰি থাকিবলৈ বহু মূল্যবান উপদেশ দিয়ে। তাৰপিছত জান্নাতে বাকী (মদিনাশ্বৰীফৰ বিখ্যাত কবৰস্থানলৈ গৈ) মোৰদাসকলৰ মাগফেৰাতৰ হকে দোওৱা কৰে। কবৰস্থানৰ পৰা ঘূৰি আহি হজৰতে (দঃ) আত্মীয়-স্বজনৰ আৰু আচহাব সকলৰ ঘৰলৈ গৈ সকলোকে দেখা দি খুশী লগাই আহে।

আখেৰী চাহাৰ শম্বাৰ এয়ে হ'ল প্ৰকৃত মোবাৰক ঘটনা।

তেতিয়াৰে পৰা এই আখেৰি চাহাৰ শম্বাৰ দিনটো জগতৰ মুছলমানসকলে সোঁৱৰণিৰ এটা পুণ্য তিথি ৰূপে অতি আগ্ৰহেৰে পালন কৰি আহিছে।



এতেকে এই পুণ্য সোঁৱৰণিৰ দ্বাৰা এই ঘটনা-সদায় আমাৰ মনত জাগৰিত ৰাখিবৰ বাবে প্ৰত্যেক বছৰৰ চফৰ মাহৰ শেষৰ বুধবাৰ দিনা পুৱাতে উঠি গোছল কৰা, কবৰস্থানলৈ গৈ মোৰদাসকলৰ হকে দোওৱা কৰা আৰু দুখীয়া মিচকিনক দান খায়ৰাত কৰা মোস্তাহাৰ কামৰ ভিতৰত গণ্য হৈ আহিছে। আজিৰ দিনত আমিও এইবিলাক কাম কৰি চওৱাৱে আজিম হাচিল কৰিবলৈ যত্নবান হব লাগে।

## আখেৰি চাহাৰ শম্বাৰ নফলিয়াত

১। আখেৰি চাহাৰ শম্বাৰ দিনা পুৱাতে গোছল কৰি চাশতৰ নামাজৰ সময়ত অৰ্থাৎ ৰাতিপুৱা ৮।৯ মান বজাত দুই ৰাকাত নফিল নামাজ পঢ়াৰ নিয়ম আছে। এই নামাজৰ প্ৰত্যেক ৰাকাততে আলহামদু চুৰাৰ পিছত ১১ বাৰ কুলহু আল্লাহ চুৰা পঢ়িব লাগে আৰু চালামৰ পিছত ৭০ বাৰকৈ দৰুদশ্বৰীফ পঢ়ি আল্লাহতালাৰ দৰগাহত মোনাজাত কৰিব লাগে। আল্লাহতালাৰ মেহেৰবাণীত সেই দোওৱা সোনকালেই কবুল হব।

২। কিতাবত পোৱা যায় যে আখেৰি চাহাৰ শম্বাৰ ৰাতি যিয়ে আলম নচৰাহলাকা, ইজাযাআ আৰু কুলহুৱাল্লাহু চুৰা ৮০ বাৰকৈ তিলাত কৰে তেওঁ দীৰ্ঘায়ু আৰু ধনবান হয়।

## ৰবিউল আউৱল মাহৰ ফজিলতৰ বয়ান

এই পুণ্য মাহৰে ১২ তাৰিখ সোমবাৰৰ দিনা হবিবে খোদা হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহি । ালিহি অচাল্লামৰ এই মৰজগতত শুভ আবিৰ্ভাব হয় আৰু ৬৩ বছৰ ১৪ দিনৰ পিছত আকৌ এই একে মাহৰ ১২ তাৰিখ সোমবাৰৰ দিনা এই সংসাৰৰ পৰা বিদায় গ্ৰহণ কৰে।

এই দুটি মহান ঘটনাৰ কাৰণেই এই পুণ্য মাহৰ মৰ্ত্তবা কিমান বেচি তাক লিখি বুজাব নোৱাৰি। এই মহা দিনটোকেই আমি 'ফাতেহাদোৱাজদহম' ৰূপে পালন কৰি থাকো।

বিশ্বনবী আহিল আৰু গ'ল। মাজতে মাথো তেখেতৰ পুণ্যময় অধ্যায়ত কিখিনি কৰি থৈ গ'ল সেই কথা ইয়াত আলোচনা কৰা সম্ভৱপৰ নহয়।

মূঠতে এইখিনিকে মাথো উনুকিয়াও যে তেখেতৰ তিৰোধানত জগত ব্যাপী থকা তেখেতৰ উম্মতসকলৰ মূৰত চৰগ পৰা যেন অৱস্থা হ'ল। কাৰণ উম্মতসকলে তেখেতৰ পৰাই প্ৰকৃত সৃষ্টিকৰ্তাৰ সন্ধান পাইছিল, তেখেতৰ অভিনৱ শিক্ষাৰ দ্বাৰাই অন্ধকাৰ যুগৰ কুসংস্কাৰসমূহৰ পৰিবৰ্তে জ্ঞানৰ বিমল আলোকেৰে উন্নতিৰ বহল বাট দেখা পাইছিল আৰু তেখেতৰ অতুলনীয় ৰুহানি শক্তিৰ প্ৰভাৱতেই বৰ্বৰ যুগৰ হীনতা গুছি মনুষ্যত্ব যুগৰ ভদ্ৰতাৰ উচ্চ ধাপলৈ উঠিবলৈ সক্ষম হৈছিল।

সেই কাৰণে মানুহে হজৰত মোহাম্মদ চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামৰ বহুমুখী গুণত আকৃষ্ট হৈ সাংসাৰিক সকলো বস্তু ত্যাগ কৰিও তেখেতৰ লগত হিজৰত কৰিবলৈয়ো অলপো কুন্ঠিত হোৱা নাছিল। বিধৰ্মী সকলৰ হাতত অশেষ ক্লেশদায়ক নিৰ্যাতন ভুগিবলৈয়ো আগবাঢ়ি আহিছিল। আনকি ৰছুলুল্লাহৰ (দঃ) হকে মৃত্যু বৰণ কৰিবলৈয়ো সাজু হৈ আনন্দহে পাইছিল।

বিশ্বনবীৰ চিৰবিদায়ৰ কেইমাহ মান আগতে শেষবাৰৰ বাবে হজ উপলক্ষে জগতবাসীক যি বাণী দি থৈ গল সেয়ে আমাৰ জীৱনৰ চিৰকাললৈ লক্ষ্য হৈ থাকিল আৰু থাকিব। বিদায়ী হজৰ সময়ত ৰছুলুল্লাহৰ শেষ মহান বাণী শুনিবলৈ এক লাখ চৌচল্লিচ হাজাৰ হাজী উপস্থিত আছিল।

আৰাফাতৰ পাহাৰৰ দাঁতিৰ পৰা উটৰ পিঠিত উঠি থকা অৱস্থাতেই তেখেতে জগতবাসীৰ উদ্দেশ্যে এই বুলি শেষ বাণী শুনাইছিল।—

"হে মোৰ প্ৰিয় উম্মতসকল! জগতত মোৰ কাম প্ৰায় শেষেই হ'ল আৰু মোৰো তোমালোকক এৰি যোৱাৰ সময় ওচৰ চাপিছেহি কিন্তু মই তোমালোকক এনেয়ে এৰি থৈ যোৱা নাই, মই তোমালোকক আল্লাহতালাৰ হুকুম শুনোৱাই দিলো, সকলো কথা বুজাই দিলো, দেখুৱাই দিলো আৰু সেই মতে চলিব পৰাকৈ তোমালোকক মই শিক্ষাও দি গলো। আল্লাহতালাৰ পৰা পোৱা সেই মহান আচৰিত মহা পুথিখনো তোমালোকৰ দিলত গতাই দিলোঁ, তোমালোকে যদি সেই আচমানি মহাগ্ৰন্থ মতে চলিব পাৰা তেন্তে অৱাটে গৈ কেতিয়াও লক্ষ্যভ্ৰষ্ট হবলৈ নালাগিব। কিন্তু সাৱধান! তোমালোকে যেন দুনীয়াৰ ফেৰেৱত লিপ্ত নোহোৱা আৰু নিজৰ ঠেক মনৰ স্বাৰ্থৰ কাৰণে নিজৰ ভিতৰতে কটা-কটি, মৰা-মৰি কৰি ধ্বংসৰ পথত ভৰি নিদিয়া। সত্য আৰু শান্তিৰ বাণীৰূপে যিখন ঐশ্বৰিক মহাগ্ৰন্থ তোমালোকক



দিয়া হ'ল তাতেই আছে তোমালোকৰ ইহকাল আৰু পৰকালৰ মুক্তি বা নাজাতৰ সাৰ মৰ্ম। সেই অমূল্য কিতাবৰ মতে চলিলে বাচিবা, নহলে তোমালোকৰো ধ্বংস অনিবাৰ্য। যেনেকৈ তোমালোকৰ আগেয়ে অহা 'আদ' আৰু 'চমুদ'ৰ কত্তম এই জগতৰ পৰা একেবাৰে নিচ্ছিহ্ন হৈ গ'ল।

হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহি ৱা ৱালিহি অচাল্লামৰ সেই সকৰুণ শেষ মুখৰ বাণী তিনি দিন তিনি ৰাতি মক্কাৰ গোটেই ভৈয়ামে, পৰ্বতে ৰিণিয়াই ফুৰা যেন মানুহে কাণত অনুভৱ কৰিছিল। আৰু আজিও আমি প্ৰায় ১৪০০ বছৰৰ পিছতো হজৰতৰ (দঃ) সেই শেষ বাণীৰ মধুময় বাণী নিজ নিজ হৃদয়ত ৰিণিয়াই ফুৰা যেন অনুভৱ কৰিব পাৰো।

সেয়েহে আজি আমি এই মহা ফাতেহাদোৱাজদহমৰ মহাপুণ্য তিথিৰ দিনা সেইজনা বিশ্বনবী, মহান বীৰ পুৰুষৰ সোঁৱৰণি উত্সৱৰ আগ্ৰহেৰে মিলাদৰ জলসা পাতি তেখেতৰ অলৌকিক প্ৰতিভাৰ আৰু বহুমুখী শিক্ষাৰ কথা আলোচনা কৰি আমি আমাৰ পিয়াৰা নবীক আমাৰ চালাম জনাওঁ আৰু বিনীত ভাৱে সন্মান জনাও। তেখেতৰ গৌৰৱময় জীৱনৰ আহি লৈ আমি যাতে প্ৰকৃত মানুহ হৈ ইহকাল পৰকালত শান্তিৰ উপায় বিচাৰি পাব পাৰো তাৰ বাবে আমি সকলোৱে সমবেত ভাৱেও আৰু গাইগুটীয়া ভাবেও আল্লাহতালাৰ গুৰিত অকাতৰে দোওৱা ভিক্ষা কৰোঁ।

## ফাতেহা দোৱাজ দহমৰ নফল নামাজ

ফাতেহা মানে মৃতকৰ অৰ্থে কৰা দোওৱা আৰু দোৱাজ দহমৰ অৰ্থ হল দুই আৰু দহ অৰ্থাৎ বাৰ। ৰবিউল আউৱল মাহৰ ১২ তাৰিখে হজৰত ৰহমতুল আলেমিন চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামৰ হকে আমি যি ফাতেহা দিওঁ তাকেই চলিত ভাষাত ফাতেহা দোৱাজ দহম বুলি কোৱা হয়।

এই দিনা হজৰতৰ (দঃ) পাক ৰুহ মোবাৰকৰ ওপৰত তোহফা বা দান পঠিয়াবৰ নিয়তে দুই দুই ৰাকাতকৈ ২০ ৰাকাত নফিল নামাজ পঢ়াৰ নিয়ম আছে। এই নামাজত প্ৰত্যেক ৰাকাততে আলহামদু চুৰাৰ পিছত ২১ বাৰকৈ কুলহুআল্লাহ চুৰা পঢ়িব লাগে। তাৰ পিছত যিমান পাৰে দৰুদশ্বৰীফ পঢ়ি এই বুলি মোনাজাত কৰিব।

"হে খোদাওন্দা! মই আপোনাৰ গুণাহগাৰ বান্দা এজন। নিতৌ মই যে কিমান গুণাহৰ কাম কৰি আছো কব নোৱাৰো। মোৰ গুণাহৰ সীমা সংখ্যা নাই। মই অনুতাপ কৰিছো। মোৰ ভুল হৈছে বুলি মই মানি লৈছো। খোদাওন্দা! মই যে অতি কমজোৰ। আপুনি মহাশক্তিবান সৃষ্টি কৰ্তা। আপুনি মহাশক্তিবান জগত প্ৰতিপালক হৈ মোৰ নিচিনা ক্ষুদ্ৰ আৰু দুৰ্বল জীৱ এটাৰ দায় দোষ আপুনি অতি সহজে মাফ কৰি দিব পাৰে। সেইকাৰণেই আপুনি নিজকে নিজে ৰহমানুৰ ৰহিম বুলি ঘোষণা কৰিছে। খোদাওন্দা! আজি আপোনাৰ প্ৰিয় হবিব, খতমুল মুৰচেলিন, ৰহমাতুল লিল আলামিন হজৰত মোহাম্মদ ৰছুলে আকৰম চল্লাল্লাহু আলাইহি ৱালিহি অচাল্লামৰ পাক তিথিৰ পাক ফাতিহাৰ দিন। সেইজনা মহানবীৰে উন্নত হৈ আজি মই গৰ্ব অনুভৱ কৰিছো। মহানবীৰ পুণ্যময় শিক্ষা-দীক্ষা পাই কৃতজ্ঞতাত মোৰ ক্ষুদ্ৰ হৃদয় আজি উপচি পৰিছে। কুহে কুহে আজি মই তেখেতৰ খেদমতত উপস্থিত হৈ মোৰ আন্তৰিক ভক্তি নিবেদন কৰিবলৈ এটা জলন্ত ধাউতি জন্মিছে। কিন্তু সেই সৌভাগ্য আৰু শক্তি মোৰ ক'ত?

এতেকে আজি মই দূৰৈৰ পৰাই আমাৰ মহান নবীক আপোনাৰ জৰিয়তেই মোৰ এই ক্ষুদ্ৰ হিয়াৰ ভক্তিপূৰ্ণ চালাম জনাওঁ। খোদাওন্দা! যি সামান্য দোওৱা ও দৰুদ মই আজি এই উপলক্ষে পঢ়িলো, সেয়ে মাত্ৰ মোৰ আত্মাৰ পৰা ওলোৱা ভক্তিৰ নিদৰ্শন। আপুনি যেন কবুল কৰি ইয়াৰ চওৱাব হজৰতৰ (দঃ) পাক ৰুহ শ্বৰীফলৈ মোৰ তৰফৰ পৰা ভক্তৰ সামান্য চিন বা উপহাৰ স্বৰূপে পৌছাই দিয়ে। আৰু মোক একোকেই নালাগে। এয়ে মোৰ আৰজ।"

(মোনাজাত বা দোওৱা খোজাৰ কোনো ধৰাবন্ধা নিয়ম নাই। সকলো মানুহে নিজৰ ইচ্ছা অনুযায়ী দোওা খুজিব পাৰে। ওপৰৰ ফাতিহাৰ মোনাজাতটো নমুনা স্বৰূপেহে দিয়া হৈছে।)

কোৱা হৈছে যে খলুচ নিয়তেৰে এই এবাদৎ কৰা লোকে সপোনত ৰছুলে আকৰম চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামক দেখাৰ সৌভাগ্য লাভ কৰে।

## ৰবিউছ ছানি মাহৰ ফজিলতৰ বয়ান

ৰবিউছছানি মাহটোও এটা বিশেষ মৰ্ত্তবাপূৰ্ণ মাহ। কিয়নো এই মাহৰেই ১১ তাৰিখে চৈয়াদানা মৌলানা গৌচল আজম চৈয়দ



মুহিউদ্দিন আব্দুল কাদেৰ জিলানি ৰেজি আল্লাহু আনহু চাহেবৰ ওফাত শ্বৰীফৰ দিন।

হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহে ৱালিহি ৱচাল্লামৰ পাছতেই এইজনা মহাপুৰুষৰ মৰ্ত্তবা। যিজনাক আমি হজৰত বৰপীৰ চাহাব বুলি জানো।

এতেকে এই মাহৰ ১১ তাৰিখে হজৰত বৰপীৰ চাহাবৰ ফাতিহা দিয়াতো অতিশয় নেকিৰ কাম আৰু দীন দুনীয়াৰ মকচুদ হাচিল হোৱাৰ উজু উপায়।

তদুপৰি কিতাবত পোৱা যায় যে, যি জনে এই মাহৰ প্ৰথম আৰু পোন্ধৰ তাৰিখৰ দিনা একে চালামতে আলাহামদুৰ পিছত ৫ বাৰ কুলহু-আল্লাহু পঢ়ি ৪ ৰাকাত নামাজ আদায় কৰে তেওঁৰ অশেষ চওৱাব হাচিল হয়। সকলো গুণাহ মাফ হয় আৰু মৃত্যুৰ পিছত বেহেস্তত স্থান পায়।

## জামাদিয়াল আউৱল মাহৰ ফজিলতৰ বয়ান

এই মাহত হজৰত ৰছুলুল্লাহে (দঃ) যি কোনো এদিনত ২০ ৰাকাত নফিল নামাজ আদায় কৰিছিল। সেই কাৰণেই তেখেতৰ আচহাব আৰু সমুদয় উন্মত সকলেও এই ২০ ৰাকাত নামাজ পঢ়াৰ নিয়ম কৰি লৈছিল। এই নামাজ দুই দুই ৰাকাতকৈ পঢ়ি ১০ চালামত আদায় কৰিছিল। প্ৰত্যেক ৰাকাতত আলহামদুৰ পিছত মাত্ৰ এবাৰকৈ কুলহুআল্লাহু চুৰা পঢ়াৰ নিয়ম বান্ধি দিয়া আছে। এই নামাজো অশেষ পুণ্যৰ কাম বুলি কোৱা হৈছে।

## জামাদিয়াছ ছানি মাহৰ ফজিলতৰ বয়ান

এই মাহৰ বিষয়ে কিতাবত মাত্ৰ এইদৰে লিখা আছে যে যদি এই মাহত চন্দ্ৰ বা সূৰ্য গ্ৰহণ হয় তেন্তে দুনীয়াত সেই বছৰ খেতি-বাতিৰ অৱস্থা বৰ ভাল হয়। বস্তুৰ দৰ-ভাও কমি যায় আৰু চাৰিওফালৰ পৰা বস্তুৰ আমদানি হৈ মানুহৰ সুখ সমৃদ্ধি বৃদ্ধি হয়।

সি যিয়েই নহওক এই মাহত নিজ ইচ্ছা মতে ১২ ৰাকাত নফিল নামাজ পঢ়াৰ নিয়ম প্ৰচলিত হৈ আহিছে। এই নামাজো আদায় কৰিব পাৰিলে অশেষ পুণ্যৰ অধিকাৰী হব পাৰি।

## ৰজৱ মাহৰ ফজিলতৰ বয়ান

হজৰত ৰছুলে আকৰম চল্লাল্লাহ আলাইহি ৱালিহি ৱচাল্লাম চাহাবে নিজেই আমাক জনাইছে যে, আৰবী ভাষাত ৰজৱৰ অৰ্থ হ'ল মান সন্মান কৰা বুজোৱা। সেই কাৰণে এই মাহটোক আল্লাই 'মোৰ নিজৰ মাহ' বুলি অভিহিত কৰিছে।

এই প্ৰসঙ্গত হজৰতে (দঃ) কৈছে যে ৰজৱ যদি আল্লাহৰ মাহ হয় তেন্তে শাবান মোৰ মাহ আৰু ৰমজান হ'ল মোৰ উম্মত সকলৰ মাহ।

হাদিচ শ্বৰীফত উল্লেখ আছে বেহেস্ততো ৰজৱ নামেৰে এখন নৈ আছে, নৈখনৰ পানী অমৃত তুল্য। নেককাৰ সকলৰ কাৰণে এই নৈ খনৰ পানী সংৰক্ষিত হৈ আছে।

এইবিলাক কাৰণতেই বহু বহু আগৰ পয়গম্বৰ সকলৰ যুগৰ পৰাই ৰজৱ বোলা মাহটো এটা লেখত লবলগীয়া মাহৰ ভিতৰত গণ্য হৈ আহিছে।

প্ৰমাণ স্বৰূপে কব পৰা যায় যে আমাৰ হজৰতে নবুওৱত পোৱাৰ আগৰে পৰাই অসভ্য জাহিল আৰব সমাজৰ মানুহ বিলাকেও জিলকদ, জিলহজ্জ আৰু মোৰ্হৰম মাহৰ দৰেই এই ৰজৱ মাহটোত তেওঁলোকে কেতিয়াও কাৰো সৈতে যুঁজ-বাগৰ নকৰিছিল। আনকি লুটি-পুটি ধন আৰ্জন কৰা পেশাদাৰ অসভ্য যুঁজাৰুহঁতেও এই মাহত হাতত অস্ত্ৰ ধাৰণ নকৰিছিল।

আখেৰি পয়গম্বৰ চল্লাল্লাহ আলাইহি ৱালিহি অচাল্লাম চাহাবে আমাকো এই মাহৰ বিশেষ ফজিলতৰ কাৰণে এই মাহটোক সন্মান জনাবলৈ দঢ়াই দঢ়াই কৈ গৈছে। ৰছুলুল্লাহ (দঃ) এ ফৰমাইছে যে এই মাহত আমি যি নেক কামকে কৰো তাৰ চওৱাব দুগুণ হৈ যায়।

## ৰজৱ মাহৰ বিশেষ আমল সমূহ—লায়লাতুল ৰাগায়েৱ

১। এই মাহৰ লায়লাতুল ৰাগায়েৱ আমাৰ কাৰণে এটা অতিশয় পূণ্য তিথি। লায়ল মানে ৰাতি আৰু ৰাগায়েবৰ অৰ্থ হ'ল অশেষ পুৰস্কাৰ অৰ্থাৎ অশেষ চওৱাবৰ ৰাতি।

হাদিচ শ্বৰীফত কোৱা হৈছে যে এই ৰজৱ মাহৰ প্ৰথম শুকুৰ বাৰৰ ৰাতি এদিন হজৰত জিব্ৰাইলে (আঃ) লগত অসংখ্য ফিৰিস্তা লৈ মদিনা শ্বৰীফত অৱতীৰ্ণ হয়হি আৰু হজৰত মোহাম্মদ চল্লাহু আলাইহি ৱালিহি অচাল্লামৰ ওচৰত হাজিৰ হয়।



হজৰতে (দঃ) জিব্ৰাইলক (আঃ) এই অসময়ত ইমান বিলাক ফিৰিস্তাসহ আবিৰ্ভাব হোৱাত আচৰিত হৈ আগমনৰ উদ্দেশ্য সোধাত জিব্ৰাইলে (আঃ) কলে—"আজি লায়লাতুৰ ৰাগায়েব। প্ৰত্যেক ৰজৱ মাহৰ প্ৰথম শুকুৰ বাৰৰ ৰাতিয়েই ইয়াৰ চিন। আল্লাহতালাৰ হুকুম আপোনাৰ উম্মতসকলক জনাই দিয়ক যে যি জন উম্মতে আজিৰ ৰাতি বিশেষ নফিল নামাজ আদায় কৰিব আৰু পিছদিনা ৰোজা ৰাখিব সেই উম্মতে আল্লাহতালাৰ বহুত ওচৰ পাবগৈ। অৰ্থাৎ গুণাহৰ পৰা এনেকুৱা পাক হৈ যাব যে মৌতৰ পাছতো কোনো ৰকম আজাব হিচাব, দুখ-কষ্ট বা ভয়ৰ কাৰণ নাথাকিব। কিন্তু এই বিশেষ ৰাতিৰ পুৰস্কাৰসমূহ লাভ কৰিবলৈ সাত বিধ মানুহ কেতিয়াও সক্ষম নহব।

১। সুদখোৰ
২। পিতা-মাতাৰ অবাধ্য সন্তান।
৩। গপতে ওফন্দি থকা লোক।
৪। যি তিৰোতা স্বামীৰ অবাধ্য।
৫। ব্যাভিচাৰত লিপ্ত থকাজন।
৬। মানুহৰ মৃত্যুত বৰকৈ চিঞৰ-বাখৰ কৰি কন্দা-কটা কৰাজন।
৭। বেনামাজী মানুহ।

এনে ৭ বিধ মানুহৰ পক্ষে উপৰোক্ত দোষসমূহ পৰিত্যাগ কৰি তৌবা কৰিলেহে এই নামাজ আৰু ৰোজাৰ ফজিলত পাব। অন্যথা কৰিলেও একো ফল লাভ নহব।

## লায়লাতুল ৰাগায়েৱ নামাজৰ নিয়ম

এই নামাজ আদায় কৰাৰ বিশেষ নিয়ম এই যে প্ৰত্যেক ৰজৱ মাহৰ প্ৰথম শুকুৰবাৰৰ ৰাতি নফিলৰ নিয়ত কৰি দুই দুই ৰাকাতকৈ ১২ ৰাকাত নামাজ পঢ়িব।

প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ (আলহামদুলিল্লাহ) পিছত চুৰা কদৰ (ইন্নাআনজালনা) ৩ বাৰ আৰু চুৰা এখলাচ (কুলহুৱাল্লাহ) ১২ বাৰকৈ পঢ়িব। এইদৰে ১২ ৰাকাত নামাজ শেষ কৰাৰ পিছত ৭০ বাৰ তলত দিয়া দৰুদশ্বৰীফ পঢ়িব লাগে।

"আল্লাহুম্মা চল্লে আলা মোহাম্মাদিনিন্
নবীয়িল উম্মিয়ে ৱ আলা আলেহি॥"

এই দৰুদশ্বৰীফ পঢ়া শেষ হলেই তৎক্ষণাত চিজদাত যাব আৰু চিজদাত থকা অৱস্থাতেই তলত লিখা দোওৱা ৭০ বাৰ পঢ়িব।

"চোব্বোহুন কুদ্দুচুন ৰাব্বানা ৱ ৰাব্বুল মালায়েকাতে ৱৰ ৰুহ ॥

তাৰ পিছত চিজদাৰ পৰা মূৰ তুলি বহি বহিয়ে তলত লিখা দোওৱা ৭০ বাৰকৈ পঢ়িব।

"ৰাব্বে ৱাগ্‌ফেৰ ৱ আৰ্‌হাম ৱ তজাওজ আম্মা তা'লামু
ফইন্নাকা আন্‌তাল আলিয়ুল আজিম ॥"

এই দোওৱা পঢ়াৰ অন্তত আকৌ চিজদাত যাব আৰু চিজদাত থকা অৱস্থাতে আকৌ প্ৰথম চিজদাত পঢ়া দৰুদশ্বৰীফ ৭০ বাৰ পঢ়ি উঠি বহি বহি দুই হাত তুলি আল্লাহতালাৰ দৰ্গাহত নিজ নিজ মকছুদ পূৰণ হোৱাৰ কাৰণে সৰ্বল অন্তঃকৰণেৰে দোওৱা খুজিব। এই নামাজ আদায় কৰোঁতাজনৰ দোওৱা খোদাওন্দ কেৰিমে ততালিকে কবুল কৰে। এই নামাজৰ চওৱাবৰ পৰা কোনেও বঞ্চিত নহয়।

এই বুলি কৈ জিব্ৰাইল (আঃ) এ ফিৰিস্তা সকলক লৈ অন্তৰ্দ্ধান হয়। বৈ গ'ল মাত্ৰ আমাৰ কাম আৰু আমাৰ আমল। আমাৰ আখেৰি নবীয়ে (দঃ) সেই কাৰণেই এই নামাজ আদায় কৰিবলৈ আমাক বৰ তাগিদ দি গৈছে।

ইয়াৰ উপৰিও এই মাহৰ যেই সেই এৰাতি দুই দুই ৰাকাতকৈ ১০ ৰাকাত নামাজ পঢ়াৰ হুকুম আছে। প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পিচত এবাৰ চুৰা কাফেৰুণ আৰু ১০ বাৰ চুৰা এখ্‌লাচ পঢ়া নিয়ম। এই নামাজ আদায় কৰা জনৰ সকলো গুনাহ মাফ হৈ দোওৱা কবুল হয়।

## ইচ্‌তফ্‌তাহৰ নামাজ

ৰজৱ মাহৰ ১৫ তাৰিখৰ ৰাতিক 'ইচ্‌তফ্‌তাহৰ ৰাতি' বুলি কোৱা হয়। ইচ্‌তফ্‌তাহৰ অৰ্থ হ'ল—বন্ধ বস্তু মুকলি কৰিবলৈ বিচৰা। সকলো মানুহৰেই এয়ে কামনা। গতিকে আল্লাহতালাই মেহেৰবাণী কৰি আজিৰ দিনটো আৰু ৰাতিটো, এই সুযোগ আমাক দিবৰ কাৰণেই বেলেগকৈ ধাৰ্য কৰি দিছে। আন দুদিনৰ নফল নামাজৰ নিশ্চয় মানুহে



চওৱাব পাব। কিন্তু সেইবুলি আন আন নফলিয়াত ইচ্‌তফতাহৰ নামাজ নহব। আজিৰ দিনৰ নামাজহে ইচ্‌তফতাহৰ নামাজৰ নিয়ত কৰি পঢ়া যাব। নিৰ্দিষ্ট দিনত নিৰ্দিষ্ট কাম কৰিলেহে অশেষ উপকাৰ হয়। আৰু প্ৰত্যেক কামৰ কাৰণে মানুহৰ উৎসাহো বাঢ়ে। নহলে সকলো বিলাক সান-মিহলি হৈ নিৰ্দিষ্ট লক্ষ্যৰপৰা আঁতৰি যাব পাৰে।

ইচ্‌তফ্‌তাহৰ দিনা ৰোজা পালন কৰাও বৰ নেকিৰ কথা। এই বিষয়ে এদিন এজন মানুহে হজৰতক (দঃ) সুধিছিল, যে—"ইয়া ৰছুলুল্লাহ। (দঃ) ইচ্‌তফ্‌তাহৰ ৰোজাৰ বিষয়ে আপোনাৰ হুকুম কি ?" হজৰতে (দঃ) কলে—ই ফৰজ নহয়, নফল হে। এই ৰোজা ৰাখিলে এহেজাৰ বছৰ ৰোজা ৰখাৰ চওৱাব হাচিল হব; অৱশ্যে ৰোজা নাৰাখিলেও গুনাহ নাই।

নফলিয়াত আদায় কৰা বা নকৰাৰ কথা আন একো নহয়—ই কেৱল আল্লাৰ ওপৰত কোন বান্দাৰ কিমান ভক্তি তাৰেই চিন মাত্ৰ। যদি কাৰোবাৰ অতিৰিক্ত ভক্তি থাকে তেন্তে তেওঁ ইয়াৰ বাবে নিশ্চয় অতিৰিক্ত পুৰস্কাৰ পাব আৰু যদি কেৱল সামান্য ভক্তি অৰ্থাৎ কেৱল মাত্ৰ ফৰজ এবাদতে আবদ্ধ হৈ থাকে তেন্তে তাৰ বাবে যি নেকি ধাৰ্য আছে সেয়া নিশ্চয় পাব, তাৰ অধিক পাবলৈ তেতিয়া আশা কৰিব পৰা নাযায়।

বিহিস্ত এখন নহয়, আঠখন। নেককাৰ মানুহৰ ভিতৰতো নিজৰ নিজৰ নেকি অনুসৰি ওখ-চাপৰ বা কম বেছি মৰ্তবা আছে। এতেকে মানুহে আটাইতকৈ ওখ মৰ্তবা পাবলৈ ধাউতি ৰাখি সেইমতে কাম কৰাই নিশ্চয় ভাল। নহয়নে?"

হজৰত মোহাম্মদ চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামৰ নিজ মোবাৰক মুখে এই কথা শুনি মানুহজনে প্ৰতিজ্ঞা কৰিলে যে—তেওঁ যিমান দিন এই সংসাৰত থাকিব—কেৱলমাত্ৰ ফৰজ ৰোজা নামাজতে আবদ্ধ নাথাকি অতিৰিক্ত বা নফল নামাজ ৰোজা আদিও নিয়মিত ৰূপে পালন কৰি যাব। সেইদিনাৰপৰা মানুহজনে ইচ্‌তফ্‌তাহৰ নামাজ ৰোজা নিজৰ ওপৰত ওৱাজিব কৰি ললে।

মানুহজনৰ এনে প্ৰতিজ্ঞা শুনি হজৰতেও (দঃ) কলে—"তেতিয়া হলে তোমাৰ ৰুহৰো চিৰকাললৈ নাজাত পোৱাৰ কথাটো ওৱাজিব হৈ ৰ'ল।"

এতেকে এনে স্থলত আমিও যিমানদূৰ পাৰো ৰছুলুল্লাহ চল্লাল্লাহ আলাইহি ৱলাহি ৱচাল্লামৰ উপদেশ মতে চলিবলৈ যত্নবান হোৱা নিতান্ত আৱশ্যক।

## ॥ ইচ্‌তফ্‌তাহ নামাজৰ বিৱৰণ ॥

ইচ্‌তফ্‌তাহৰ দিনা ৰোজা ৰখাৰ বাহিৰেও তলত লিখা নফল নামাজৰ বিধান হদিচশ্বৰীফত উল্লেখ আছে।

এই নামাজৰ দুটা নিয়ম আছে। যেই সেই এক নিয়মেৰে আৰু পাৰিলে দুয়োটা নিয়মেৰেই এই নামাজ আদায় কৰিব পাৰি।

(১) ইচ্‌তফ্‌তাহৰ ৰাতি অৰ্থাৎ ৰজৱ মাহৰ জোনৰ ১৪ তাৰিখৰ ৰাতি দুই দুই ৰাকাতকৈ ২০ ৰাকাত নামাজ পঢ়িব লাগে। মনতে ইচ্‌তফ্‌তাহৰ নামাজ বুলি নিয়ত কৰি লব লাগে। এই নামাজত প্ৰত্যেক ৰাকাততে আলহামদুৰ পিছত কুলহুৱাল্লাহ চুৰা এবাৰকৈ পঢ়া নিয়ম। এই নামাজ পঢ়াৰ আগতে বা পাছতে সাধ্যানুসৰি কিছু চদকা খায়ৰাত কৰি ললে এই নামাজ প্ৰকৃত ৰূপে আদায় হয়।

(২) এই ৰাতি আৰু ৮ ৰাকাত নামাজৰ ব্যৱস্থা দিয়া আছে। প্ৰত্যেক ৰাকাততে তলত দিয়া মতে আলহামদুৰ পিছত চুৰা মিলাই পঢ়া নিয়ম। প্ৰত্যেক চুৰা এবাৰকৈ পঢ়িব।

| | |
|---|---|
| ১ম ৰাকাতত | —ৱদ্দোহা ৱল লাইলে ইজা চজাআ ॥ |
| ২য় ৰাকাতত | —আলম নশ্বৰহ লাকা ॥ |
| ৩য় ৰাকাতত | —ইন্নাআনজালনাহু ॥ |
| ৪ৰ্থ ৰাকাতত | —ইজা জুল জিলাতিল আৰদু ॥ |
| ৫ম ৰাকাতত | —ৱল আ দিয়াতে ॥ |
| ৬ষ্ঠ ৰাকাতত | —আলহা কুমুত তাকাচুৰু ॥ |
| ৭ম ৰাকাতত | —ৱল আচ্‌ৰে ॥ |
| ৮ম ৰাকাতত | —অইলুল লেকুল্লে ॥ |

নামাজৰ অন্তত নিজ ইচ্ছা অনুযায়ী আল্লাহতালাৰ গুৱিত আন্তৰিক ভাৱে দোওৱা খুজিব। এই নামাজৰ সহায়ত নিজৰ আত্মাক উন্নত কৰাৰ কাৰণে দিলৰ সকলো মকছুদ পূৰণ হয়।

## ॥ শবে মেৰাজ ॥

এই ৰজৱ মাহৰ ২৭ তাৰিখেই হ'ল শবে মেৰাজৰ পুণ্য তিথিৰ ৰাতি। শবে মেৰাজৰ বিষয়ে মুছলমান মাত্ৰেই জানে। এই ৰাতিটো এটা অতি উল্লেখযোগ্য আৰু মৰ্ত্তাবাৰ ৰাতি বুলি গণ্য কৰা হয়। কিয়নো শবে মেৰাজৰ ৰাতিয়েই হজৰত ৰছুলে আকৰম চল্লাল্লাহ



আলাইহে ৱালিহি ৱচাল্লামে সশৰীৰে বিহিস্তলৈ খোদা তাৱালাৰ সৈতে কথা-বতৰা পাতি পোন প্ৰথমে আমাৰ কাৰণে পঞ্জেগণা নামাজৰ নিয়ম প্ৰণালী আৰু আদেশ আল্লাহতালাৰ তৰফৰ পৰা আনি আমাক দিয়েহি। এনে এটা অলৌকিক আৰু ঐতিহাসিক ৰাতিৰ মৰ্ত্তবাৰ কথা নিশ্চয় আমি সুঁৱৰিবই লাগিব।

শব মানে ৰাতি, মেৰাজ মানে ওপৰলৈ উঠা। হজৰত (দঃ) এ জিব্ৰাইল (আঃ) আৰু আন আন ফিৰিস্তাৰ সহায়ত চকুৰ পলকতে ওপৰলৈ উঠি আল্লাহতালাৰ সন্মুখলৈ গৈ কথা-বতৰা পাতিবলৈ এই ৰাতিয়েই সক্ষম হৈছিল বাবে এই ৰাতিৰ নাম শবে মেৰাজ অৰ্থাৎ "ওপৰলৈ উঠা" ৰাতি হয়।

এই মেৰাজ শ্বৰীফৰ বিখ্যাত ঘটনাটো পাক কোৰাণশ্বৰীফতো বিশেষ ভাৱে উল্লেখ আছে। শবে মেৰাজৰ পুণ্য ৰাতিটোৰ মৰ্ত্তবাৰ কথা কৈ ওৰ পেলাব নোৱাৰি। হৱিবে খোদা ৰছুলে আকৰম চল্লাল্লাহু আলাইহে ৱালিহি অচাল্লামে নিজেই কৈ গৈছে যে যি জনে আজিৰ ৰাতিটো জীয়াই ৰাখিব অৰ্থাৎ টোপনিক নেওচা দি আল্লাহতালাৰ এবাদত বন্দেগীত ব্যস্ত থাকিব, সেই জনৰ আত্মাও সদায় জাগ্ৰত হৈ থাকিব আৰু নুৰানি তচল্লিৰে উজ্জ্বল হৈ থাকিব। এই কথা তেওঁ নিজেই গম ধৰিব পাৰিব।

## শবে মেৰাজৰ নফল নামাজ

আজি গোটেই ৰাতি ইচ্ছানুযায়ী নফল নামাজ পঢ়া, তৌবা এস্তেগফাৰ কৰা, আল্লাহতালাৰ তচবিহ লোৱা আৰু পাৰ্যমানে দৰুদশ্বৰীফ পঢ়া অতিশয় চওৱাবৰ কাম।

নামাজৰ দৰে এটা ৰুহানি নিয়ামতৰ সন্ধান দিয়াৰ কাৰণে আল্লাহতালা আৰু তেওঁৰ প্ৰিয় হৱিবৰ প্ৰতি কৃতজ্ঞতা জনাবৰ বাবে ইয়ো এটা আমাৰ কাৰণে সোণালী সুযোগ। এই সুযোগ আমি এলাহতে বা টোপনিতে কেতিয়াও এৰি নিদিয়াটোৱে হ'ল আমাৰ আত্মাৰ উন্নতিৰ লক্ষণ।

উল্লেখিত এবাদত বন্দেগীৰ বাহিৰেও তলত লিখা পদ্ধতি মতে আজিৰ ৰাতিৰ খাচ নামাজৰ ব্যৱস্থাও কিতাপত দিয়া আছে।

শবে মেৰাজৰ ৰাতি ৬ চালামেৰে ১২ ৰাকাত নামাজ নিজৰ ইচ্ছা মতে চুৰা মিলাই পঢ়িব। নামাজ পঢ়াৰ পিছত ১০০ বাৰ কলিমায়ে তম্‌জিদ অৰ্থাৎ "চোৱহানল্লাহে আলহামদুলিল্লাহে অলা ইলাহা

ইন্নাল্লাহ আকবৰ অঁলা হাওলা অলা কুওৱতা ইল্লাবিল্লাহিল আলিউল আজিমূ ॥" পঢ়িব।

তাৰ পিছত ১০০ বাৰ অস্তাগফাৰ অৰ্থাৎ "অস্তাগফিৰুল্লাহে ৰাব্বে মিন কুল্লে জামাবিওঁ ৰ অতুবু ইলেইহ" পঢ়িব।

অস্তাগফাৰ পঢ়াৰ পিছত চিজদাত গৈ তেনে অৱস্থাতে নিজৰ মনৰ বাসনা পূৰণ হৱলৈ হজৰতৰ (দঃ) অছিলা তলব কৰি আবেগ উদ্দীপনাৰে সৈতে আল্লাহতালাৰ গুৰিত একান্ত মনে দোওৱা কবুল হোৱাৰ প্ৰাৰ্থনা জনালে লগে লগে কবুল হোৱাৰ বিশেষ সম্ভাৱনা আছে বুলি কোৱা হৈছে। তাৰোপৰি দোওৱা কবুল হ'ল নে নাই সেই কথাও নিজেই নিজৰ দিলত অনুভৱ কৰিবলৈ পাৰিব আৰু এই দুনীয়াতে মৃত্যু ভয় জয় হোৱাই সিপুৰীৰ নাজাতৰ পূৰ্ব লক্ষণ।

শবে মেৰাজৰ দিনা অৰ্থাৎ ২৭ তাৰিখৰ দিনত এই উপলক্ষে এটা নফল ৰোজা ৰখাৰো ব্যৱস্থা দিয়া আছে। এই ৰোজা ৰাখিব পাৰিলে ৰাতিৰ এবাদত বন্দেগীৰ মৰ্ত্তবা আৰু বৃদ্ধি হয়।

## শাবান মাহৰ ফজিলতৰ বয়ান

শাবান মাহো এটা বৰ মোবাৰক মাহ। ৰজৱ মাহৰ পিছতেই এই মাহ আৰম্ভ হয়। কথিত আছে যে ৰজব মাহত যি বিলাক নেক কাম কৰিবলৈ আমাক দিহা দিয়া হৈছে সেইবোৰ ঠিক যেনিবা আমাৰ নেক আমলৰ বিধান হে সিঁচি দিয়া হৈছিল কিন্তু খেতিয়ে নিয়ম মতে সাৰ পানী আদি নাপালে গছ পুলিবোৰ কেতিয়াও ভালদৰে গজিব নোৱাৰে। সেই কাৰণে এই শাবান মাহতেই আৰু এজাউৰি নেক আমলৰ সাৰ পানীৰে এই খেতিত পানী দিয়াৰ ব্যৱস্থা দৰকাৰ হৈ পৰে আৰু তেতিয়াহে আমাৰ ৰুহানি খেতিখনৰ অৱস্থা টনকিয়াল হৈ পৰিব।

ইয়াৰ পাছতেই লাহেকৈ আহিব পবিত্ৰ ৰমজান মাহ। এই ৰমজানৰ মাহতো এনেয়ে হাত সাৰটি বহি থাকিলেই নহব। এই মাহটো হ'ল আমাৰ অতি কঠোৰ পৰিশ্ৰমৰ মাহ। এই মাহতে আমি লঘোনে ভোকে থাকি, সেই ৰুহানি ফচল পথাৰৰপৰা কাটি আনি নিজ নিজ অন্তৰৰ ভঁড়ালত সাঁচি থব লাগিব যাতে গোটেই বছৰটোৰ কাৰণে আমাৰ আত্মাই ৰুহানি খোৰাকৰ অভাৱত লেবেলি মৰহি নপৰে। তাৰ পাছতে আকৌ আহিল ইদুলফিটৰৰ মাহ। ইদুলফিটৰৰ উদ্দেশ্য হ'ল আমাৰ ৰুহানি খেতিখনৰ বছৰটোলৈ সামৰণি মৰাৰ



কাৰণে আল্লাহতালাৰ ওচৰত আমাৰ শুকুৰিয়ানা আদায়ৰ পালা। সেই কাৰণেই ইদুলফিটৰৰ দিনটো আমাৰ কাৰণে এটা বৰ খুশী আৰু আনন্দৰ দিন হৈ পৰে।

গতিকে দেখা গ'ল যে, এই শাবান মাহটোতে আমি ৰুহানি খেতিখনক পানী যোগাবৰ অৰ্থে আমাৰ সকলো নেক আমলৰ নীতি নিয়ম কোৰাণ কিতাপৰ মতে পালন কৰি চলিলেহে আমাৰ উদ্দেশ্য সফল হব। গোটেই মাহটোৰ কাৰণে এই নেক আমলৰ ব্যৱস্থা দিয়া হৈছে যদিও তাৰে ভিতৰত আছুতীয়াকৈ শাবান মাহৰ ১৫ তাৰিখৰ ৰাতিৰ কাৰণে "শবে বৰাত" নামৰ এটি সুকীয়া তিথি পালন কৰিবলৈ আমাক আদেশ দিয়া হৈছে।

## শবে বৰাত

শবে বৰাত আমাৰ এটা প্ৰধান উৎসৱৰ ভিতৰতে গণ্য হয়। উৎসৱ বুলিলে সাধাৰণতে ধুমধাম উখল-মাখল ইত্যাদি বুজালেও আমাৰ আজিৰ এই উৎসৱত কিন্তু বিশৃঙ্খলতাৰ চিন একোকে নাই। এই উৎসৱ মন সংযত কৰি লৈ অন্তৰ শুদ্ধ কৰি সৃষ্টিকৰ্তাৰ ওচৰত কাতৰ হৈ নতশীৰে প্ৰাৰ্থনা কৰাৰ হে উৎসৱ আজি।

এই উৎসৱৰ নামেই হ'ল শবে বৰাত। শব মানে ৰাতি আৰু বৰাত মানে হ'ল নামাজ বা ত্ৰাণ, অৰ্থাৎ পৰিত্ৰাণৰ ৰাতি।

কাৰণ আমি জনাকৈ বা নজনাকৈ নিতৌ দিনে ৰাতিয়ে কিমান যে গুনাহৰ কাম কৰি থাকো তাৰ লেখ-জোখ নাই। কাৰ ভাগ্য লিপিত কি লিখা আছে, ভালেই নে বেয়াই তাৰো একো আমি গম নাপাওঁ। এতেকে আমাৰ কপালত ভালেই থাকক বা মুচিবতেই থাকক বিশেষ প্ৰাৰ্থনা আৰু ধৰ্ম কৰ্মেৰে সেই বেয়াবোৰ আঁতৰাই ইহকালৰ সুখ-সমৃদ্ধিৰ কাৰণে আৰু পৰকালত আত্মাৰ পৰিত্ৰাণৰ কাৰণে আমি আল্লাহতালাৰ গুৰিত মোনাজাত কৰি দোওৱা খুজিব লাগে।

আমাৰ কাৰণে সঁচাকৈয়ে এইটো বৰ সৌভাগ্যৰ কথা যে এনেকুৱা অতি আৱশ্যকীয় নিৰ্দ্ধাৰিত সময় এটাও আমাৰ শাস্ত্ৰীয় বিধানৰ জৰিয়তে আমি জানিবলৈ পাৰিছো।

মুছলিম জগতত এনে কোন মানুহ আছে যি জনে আজিৰ এই সোণোৱালী সুযোগৰ ৰাতিটো বিনা ওজৰে হেৰুৱাই পিছত অনুতাপ কৰিবলৈ ইচ্ছা কৰে?

আমি বুজি পোৱা উপমা এটাৰেই বুজি চাওঁচোন।

ধৰক, কোনো এজন লোকৰ যদি কিবা কাৰণত ফাঁচী বা চিৰকাললৈ দ্বীপান্তৰ হব লগীয়া হৈ আছে তেন্তে সেই মানুহজনৰ অৱস্থা কেনে হব ? কিন্তু এই অৱস্থাতে কপাল গুণে যদি তেওঁ হাকিমৰপৰা এই আদেশ পায় যে যদি সেই দোষীজনে সৰল অন্তঃকৰণেৰে তৌবা বা অনুতাপ কৰে আৰু ক্ষমা ভিক্ষা খুজি তেনেকুৱা বেয়া কাম আৰু কেতিয়াও নকৰে বুলি প্ৰতিজ্ঞা কৰে, তেন্তে সেই মানুহজনৰ খালাছ হোৱাৰ সম্ভাৱনা।

এই ইংগিতৰ পিছত মানুহজনেনো কি কৰিব সেই কথা বহলাই নকলেও আমি সকলোৱে বুজিব পাৰিছো যে বপুৰাই পৰিত্ৰাণ পাবলৈ কোনো সুযোগকে নিশ্চয় কেতিয়াও এৰি নিদিব।

ঠিক এই কাৰণেই আমাক আজিৰ এই মোবাৰক তিথিৰ ব্যৱস্থাৰ ইংগিত দিয়া হৈছে আৰু এইটো স্বাভাৱিকেই যে আমি হজৰত মোহম্মাদ চল্লাল্লাহু আলাইহি ৱা ৱালিহি ৱচাল্লামৰ উম্মত হৈ এনে মহা সুযোগৰ ফল লাভ কৰিবলৈ কেতিয়াও পিছ পৰি থাকিব নালাগে যেন।

এই কাৰণেই শবে বৰাত তিথি আমাৰ কাৰণে এটা সোণালী সুযোগৰহে তিথি আৰু সেই মতে বিশ্বাস ৰাখি কাম কৰিব পাৰিলেই আমাৰ পৰিত্ৰাণৰ বাট নিচেই ওচৰতে।

## শবে বৰাত উপলক্ষে শ্বৰীয়তৰ বিধান

শবে বৰাতৰ সন্ধ্যাত (বাদ মগ্‌ৰিব) গোছল কৰা মোস্তাহাব। তাৰ পিছত তহিয়তুল অজুৰ নিয়ত কৰি দুই ৰাকাত নামাজ পঢ়িব। এই নামাজৰ প্ৰত্যেক ৰাকাততে চুৰা ফতিহাৰ পিছত আয়তল কুৰছি এবাৰ আৰু চুৰে এখলাচ তিনিবাৰকৈ পঢ়িব লাগে।

এই নামাজ আদায় কৰাৰ পিছত ৪ চালামেৰে ৮ ৰাকাত নফিল নামাজ পঢ়িব লাগে শবে বৰাতৰ নিয়তেৰে।। এই নামাজৰ প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পিছত চুৰে ইন্না আনজাল্‌না এবাৰ আৰু চুৰে এখ্‌লাচ ১৫ বাৰকৈ বা ২৫ বাৰকৈ পঢ়িব। নামাজৰ শেষত ১১ বাৰ দৰুদশ্বৰীফ পঢ়ি আল্লাহতালাৰ সমীপত নিজ নিজ গুণাহৰ মাফি বিচাৰি খালিচ অন্তৰেৰে অলপ কান্দা-কটাও কৰিব।

আল্লাহতালাই প্ৰত্যেক নামাজিৰ নামাজ আৰু উদ্দেশ্য বুজি, তেওঁৰ দিলাৰ মকচুদ পূৰণ কৰিবলৈ কেতিয়াও পলম নকৰে। কোৱা হৈছে যে এনে সাধক সাধিকা গুণাহৰ পৰা এনেকুৱা পাক হৈ যাব যেন মাকৰ পেটৰপৰা এই মাত্ৰহে জন্ম লাভ কৰিছে !



সেইৰূপে অহা বছৰটোৰ কাৰণে সাংসাৰিক ভাৱতো নিজ নিজ আপদ-বিপদৰপৰা মুক্ত হবলৈ, ৰুজি ৰোজগাৰত বৰকত হবলৈ, জালিমৰ জুলুমৰ পৰা ৰক্ষা পাবলৈ নিজ নিজ পো-পৰিয়ালৰ উন্নতিৰ কাৰণেও আৰু সৰ্বসাধাৰণৰ ভালৰ কাৰণে, কৌমৰ উন্নতিৰ হকেও আল্লাহতালাৰ দৰ্গাহত গোহাৰি জনালে আল্লাহতালাই সেই ৰূপে প্ৰাৰ্থনা কৰা জনৰ মনৰ বাসনা কেতিয়াও পূৰণ নকৰাকৈ নাথাকে। কিয়নো আল্লাহতালা বৰ দয়ালু। ভক্তৰ আকুল আবেদনত তেওঁ সঁহাৰি দিবই দিব।

এই খাচ নফিলৰ বাহিৰেও শক্তিয়ে কুলায় মানে নিজ ইচ্ছামতে গোটেই ৰাতি নফিল নামাজ পঢ়ি থাকিব লাগে। এই নামাজ ১০০ ৰাকাতলৈ পঢ়িব পাৰে বুলি হদিচশ্বৰীফত উল্লেখ আছে।

মুঠৰ ওপৰত যিহকে বা যিমানেই বন্দেগী কৰা যায় খালিচ নিয়তেৰে একান্ত মনে আদায় কৰিব লাগে। কিন্তু মনত ৰাখিব লাগিব লৰালৰিকৈ নামাজৰ ৰাকাতৰ সংখ্যা বঢ়াই মন ক'ৰবাত ৰাখি নামাজ পঢ়িলে একো লাভ নাই, বৰং হানি হবৰ হে ভয়।

এই নফিল নামাজ সমূহ মছজিদলৈ গৈ গাইগুটীয়া ভাবেও পঢ়িব পাৰে নহলে অকলশৰে ঘৰতেও পঢ়িব পৰা যায়। এই নামাজৰ জামাত নহয়।

এই ৰাতি আল্লাহতালাৰ নামত চিন্নি বিতৰণ কৰিব লাগে, গৰীব দুখীয়াক আহাৰ কৰাব লাগে আৰু ৰাতি কবৰস্থানলৈ গৈ মোৰদা সকলৰ হকে দোওৱা কৰাটোও বৰ নেকিৰ কাম।

হজৰত ৰছুলে মকবুল চল্লাল্লাহু আলাইহে ৱা ৱালিহি অচাল্লামে নিজেই এই ৰাতিৰ দুপৰ নিশা মদিনা শ্বৰীফৰ জান্নাতে বাকী নামৰ বিখ্যাত কবৰস্থানলৈ গৈ মোৰদা সকলৰ হকে দোওৱা কৰিছিল।

তদুপৰি এই মাহৰ ১৫ তাৰিখে নফিল ৰোজা এটা ৰাখিবলৈয়ো আমাক নিৰ্দেশ দিয়া আছে।

এই মোবাৰক ৰাতি ৩ বাৰ চুৰা ইয়াচিন পঢ়া নিয়ম আছে।

প্ৰথমবাৰ নিজৰ পুৰমায়ু বৃদ্ধি হোৱাৰ নিয়তে, দ্বিতীয়বাৰ আপদ বিপদৰ পৰা হাত সাৰি থাকিবৰ নিয়তে আৰু তৃতীয়বাৰ গুণাহ মাফ হোৱাৰ নিয়তে পঢ়িব লাগে। প্ৰত্যেক বাৰ 'খতম' হোৱাৰ পিছত নিজ নিজ ভাষাত উদ্দেশ্য অনুসৰি আল্লাহতালাৰ দৰ্গাহত মোনাজাত কৰিব লাগে।

এইবিলাক বিধানৰ উপৰিও আজিৰ ৰাতি সাৰে থাকি নামাজ, কোৰাণপাঠ, দৰুদশ্বৰীফ আৰু তওবা এস্তেগফাৰ আদিত এক মনে

আৰু এক ধ্যানে ব্যস্ত থাকিব লাগে। কিয়নো আজিৰ এই ৰাতিৰ প্ৰাৰ্থনাৰ ওপৰতে ঘাইকৈ অহা বছৰটোৰ ভাগ্য ফল নিৰ্ভৰ কৰি থাকে।

## ৰমজ্জান মাহৰ ফজিলতৰ বয়ান

ৰমজান সেইটো মাহৰ নাম যিটো মাহৰপৰা পোন প্ৰথমে কোৰাণশ্বৰীফ নাজিল হবলৈ আৰম্ভ কৰে আৰু এই কোৰাণশ্বৰীফৰ জৰিয়তেই আমি সৎ পথ বাছি লবলৈ সুবিধা পাওঁ।

এই মোবাৰক মাহটোত আমি এমাহ ধৰি ৰোজা পালন কৰো-হঁক। কিন্তু সেয়ে যথেষ্ট নহয়। ভোক, পিয়াহ দমন কৰাৰ নিচিনাকৈ লগে লগে আমাৰ ৰিপু বিলাকবো দমন কৰিবলৈ শিকিব লাগে আৰু এই বেয়া ৰিপুবোৰৰ পৰিবৰ্তে দয়া, ক্ষমা আৰু সহ্য গুণৰ অভ্যাস কৰি প্ৰকৃত মনুষ্য ধৰ্ম পালন কৰিবলৈ আমাক শিক্ষা দিয়া হৈছে। গতিকে কেৱল লঘোনে থাকিলেই ৰোজা ধৰাৰ প্ৰকৃত উদ্দেশ্য আমাৰ সফল নহয়। লগে লগে আনুষঙ্গিক কামবিলাকো এই ৰোজাৰ দ্বাৰা আয়ত্ব কৰি লব লাগিব। এনেকৈ ৰোজা পালন কৰিলেহে আমাৰ স্থুল শৰীৰৰ ওপৰত আত্মাৰ শক্তিয়ে মূৰ দাঙিব পাৰিব। এই আত্মাৰ শক্তিৰে শক্তিবান হৈ মানুহ পিছত গৈ অলী আউলিয়া পৰ্যন্ত হয়গৈ। মূঠতে কবলৈ গলে ৰুহানি বা আত্মাৰ শক্তিক জাগৰিত কৰাই হ'ল ৰোজা বা উপবাসৰ উদ্দেশ্য। এতেকে ৰোজা ৰাখিলে আমি এই লক্ষ্যৰ পৰা আঁতৰ হোৱা উচিত নহয়।

ৰমজানৰ এমাহ ৰোজা ধৰা সকলো মুছলমানৰ কাৰণে ফৰজ বা অৱশ্য কৰিবলগীয়া কৰ্তব্য। এই ফৰজ ৰোজা নাৰাখিলে আমি নিশ্চয় গুণাহগাৰ হব লাগিব আৰু সিপুৰীত গৈ এই আদেশ লংঘন কৰা কাৰণে শাস্তি পাব লাগিব। যিহেতু কোৰাণ-শ্বৰীফত আল্লাই আমাক সজ পথত চালিত কৰিবলৈ হে এনে আদেশ দিছে। এই আদেশ মতে নচলিলে ইছলামৰ ৫টা প্ৰধান খুটাৰ এটা উঘালি দিয়াৰ নিচিনা হব।

ইতৰ প্ৰাণীৰ দৰে জীৱনধাৰণ কৰিবলৈ আল্লাহতালাই মানুহ জাতিক সৃষ্টি কৰা নাই। আল্লাহতালাৰ আটাইবোৰ সৃষ্টিৰ ভিতৰতেই মানুহেই শ্ৰেষ্ঠ জীৱ, গতিকে আমি মানুহ হৈ যাতে মানুহজাতিৰ শ্ৰেষ্ঠতা প্ৰমাণ কৰিবলৈ সক্ষম হওঁ, সেই চেষ্টাই কৰাটো আমাৰ কাৰণে যুক্তিসঙ্গত ব্যৱস্থা। নহলে মানুহৰ আত্মাই কেতিয়াও ইহকাল ও পৰকাল দুয়ো কালতেই তৃপ্তি লাভ কৰিব নোৱাৰিব।



হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহে অ ৱালিহি অচাচ্ছামে নিজেই নিজৰ জীৱন কালতে আমাক এই আমলৰ শিক্ষা দি গৈছে। আনকি তেওঁৰ আচহাব, তেওঁৰ পৰিয়াল, অলি আউলীয়া আৰু আলিম ফাজেল লোক সকলেও ৰোজাৰ মাহাত্ম্য নিজৰ কাৰ্যৰ দ্বাৰা প্ৰমাণ কৰি গৈছে। আমি তেওঁলোকৰো জীৱন সমূহ পাঠ কৰি ৰোজাৰ মৰ্তবাৰ বিষয়ে সঠিক জ্ঞান আৰ্জ্জিব পাৰো।

সি যি কি নহওক হাদিচ শ্বৰীফৰ পৰা জনা যায় যে খোদাতালাই ৰমজান মাহক ৩ ভাগত ভগাই দিছে। প্ৰথম ১০ দিন ৰহমতৰ দিন বুলি জনাইছে কাৰণ এই ১০ দিনত আল্লাহতালাৰ দয়া আৰু মৰম বিশেষভাৱে বান্দাৰ ৰুহে হাচিল কৰে। দ্বিতীয় ১০ দিন ক্ষমাৰ ভাগ বুলি কোৱা হৈছে; কিয়নো এই ১০ দিনত আল্লাহতালাই বান্দাৰ গোটেই বছৰৰ গুণাহ মাফ কৰিবলৈ সাজু থাকে। তৃতীয় ১০ দিনক নাজাত বা পৰিত্ৰাণৰ ভাগ বুলি জনোৱা হৈছে। অৰ্থাৎ ৰজৱ শাবান আৰু ৰমজানৰ কুৰি দিনলৈকে আমি ... নেক আমল কৰি আহিছো সেই বিলাকৰ ফল ঘাইকৈ ৰমজানৰ এই শেষৰ ১০ দিনতেই আমাক দিয়া হয়। সেয়ে হ'ল নাজাতৰ ফচল। মানুহ হৈ যি জনে এই অমূল্য ফচল নিজৰ জীৱন ভঁড়ালত সাঁচিব নোৱাৰে তেওঁৰ নিচিনা দুৰ্ভগীয়া আৰু কোনো নাই।

এইবিলাক কাৰণতেই হজৰত মোহাম্মদ চল্লাল্লাহু আলাইহে ৱ ৱালিহি অচাল্লামে ৰমজানৰ শেষৰ ১০ দিন আৰম্ভ হলেই নিজৰ পৰিয়ালবৰ্গক আধা ৰাতিতে টোপনিৰ পৰা জগাই দি আল্লাহতালাৰ এবাদত বন্দেগী কৰিবলৈ আদেশ দিছিল। আমিও নিশ্চয় তেওঁৰ আদৰ্শ লোৱা উচিত। এই মাহত প্ৰত্যেক মুহূৰ্ততে লাখ লাখ মানুহৰ গুণাহ মাফ হৈ বিহিস্তত দাখিল হয়। কিয়নো খোদাওন্দা কেৰিম সঁচাকৈয়ে ৰহমানুৰ ৰহিম। কেৱল শাস্তি দিবলৈয়ে তেওঁ আমাক সৃষ্টি কৰা নাই। অৱশ্যে আমিও তেওঁৰ ক্ষমা ভিক্ষা কৰিবলৈ জানিব লাগিব। ৰমজান মাহত দিনত ৰোজা ৰখাৰ বাহিৰেও ৰাতি আমি তাৰাবিৰ নামাজ আদায় কৰিব লাগে। এই বিষয়ে হজৰতে (দঃ) আমাক জনাইছে যে তাৰাবিৰ নামাজ আদায় কৰোতাহঁতৰ বাবেও আল্লাহতালাই গুণাহৰ পৰা এনেকুৱা পাক কৰি দিয়ে যে আজিয়েই যেন এই নামাজ আদায় কাৰীহঁত মাকৰ পেটৰ পৰা জন্ম পাইছে। তেওঁলোকে গুণাহ কৰিবলৈ যেন সময়েই পোৱা নাই।

এতেকে দেখা গ'ল যে আল্লাহতালাক খুশী কৰিবলৈ আল্লাহতালাই আমাক পদে পদে সুযোগ দিছে। য'ত যেনেকৈ পৰা য়ায়

আমি এই সুযোগবিলা'ক কেতিয়াও হেৰুৱাব নালাগে। এই সুযোগ সমূহ ফৰজেই হওক, চুন্নতেই হওক বা নফিলেই হওক কোনো কথা নহয়।

আমাৰ আত্মাৰ পৱিত্ৰাণৰ কাৰণেই এই মাহত আমাক আৰু কিছুমান লাগতিয়াল কথা আমোলত আনিবলৈ নিৰ্দেশ দিছে। তলত সেই সমূহৰে চমুকৈ আভাস দিয়া হ'ল।

১। এই মাহত দুখীয়া-নিঃচলাৰ ওপৰত বিশেষভাৱে চকু ৰাখিব লাগে।

২। জাকাত দিব পৰা মানুহে জাকাত দিব লাগে।

৩। তাৰাবিহ নামাজত কোৰাণ খতম কৰাৰ বাহিৰেও প্ৰত্যেক মুছলমান পুৰুষ-মহিলাই নিজৰ ঘৰত কম পক্ষেও কোৰাণশ্বৰীফ এখতম দিয়া নিতান্ত দৰকাৰ। কিয়নো এই মাহত যিমানেই কোৰাণশ্বৰীফ পাঠ কৰা যায় সিমানেই ঘৰৰ বৰ্কত আৰু ৰহমত বৃদ্ধি পায়। এইওটো এটা চুন্নত কামৰ ভিতৰতে গণ্য হয়।

'এত্তেকাফ' কৰা-- ই এটা চুন্নতে মোৱাক্কেদাহ কাম। এই চুন্নত পৰিত্যাগ কৰিলে গুণাহ হয়। 'এত্তেকাফ'ৰ অৰ্থ হ'ল—অকলে অকলে একে ঠাইতে বহি কম পক্ষেও প্ৰায় ২৪ ঘন্টামান সময় আল্লাহতালাৰ এবাদত বন্দেগীত ব্যস্ত থকা। ইয়াৰ নিয়ম সমূহ হ'ল এত্তেকাফ কৰোতাজনে মছজিদলৈ গৈ তাতে এবাদতৰ নিয়ত কৰি কাৰো সৈতে একো কথা-বতৰা নাপাতি কেৱল এবাদত বন্দেগীত ব্যস্ত থাকিব লাগে। মহিলায়ো নিজৰ ঘৰতে নামাজৰ ঠাইত বহি এত্তেকাফ কৰিব পাৰে। এত্তেকাফত বহি এবাদত কৰাজনক মুতেকিফ বোলে।

এত্তেকাফ কম পক্ষেও এৰাতি এদিন আৰু এই এত্তেকাফ ৰমজান শ্বৰীফৰ তৃতীয় ১০ দিনৰ ভিতৰতে থকাটোহে চুন্নতে মোৱাক্কেদাহ। এত্তেকাফৰ সময় ৰমজান মাহৰ ২০ তাৰিখৰ মগৰিব ওৱাক্তৰ পৰা ঈদৰ জোন দেখালৈকে নিৰ্দ্ধাৰিত আছে।

ঘৰৰ যদি এজন লোকেও এত্তেকাফ কৰে তেন্তে ঘৰৰ পৰিয়ালৰ সকলোৰে হক আদায় হয়। প্ৰত্যেকে এত্তেকাফ নকৰিলেও একো গুণাহ নহয়।

এত্তেকাফৰ সময়ত মছজিদলৈ গৈ বা ঘৰতে জাইনামাজত বহি এনেয়ে কেৱল মনে মনে তাতে আবদ্ধ হৈ থাকিলেই নহব। কাৰণ এনেকৈ থকাটো এবাদতৰ ভিতৰত গণ্য হব নোৱাৰে।

এত্তেকাফত থকা ৰাতিৰ আৰু দিনটোৰ নামাজৰ বাহিৰেও পাৰ্যমানে কোৰাণ শ্বৰীফ তিলাওত কৰিব লাগে। দৰুদশ্বৰীফ পঢ়ি



থাকিব লাগে। যিয়ে যিদৰে জানে অজিফা পঢ়িব লাগে আৰু দোওৱা, কলিমা, ধ্যান আদিত ব্যস্ত থাকিব লাগে।

এত্তেকাফ কৰা অৱস্থাত বিনা দৰকাৰে এত্তেকাফ কৰা ঠাইৰ পৰা বাহিৰ ওলাই যোৱাটো মানা। যদি কোনোবাই এনেয়ে ওলাই যায় তেন্তে তেওঁৰ এত্তেকাফ ভাঙি যাব। চওৱাব নহয়।

কিন্তু দৰকাৰ হলে যেনে চহৰৰ একমাত্ৰ জুম্মা মছজিদলৈ গৈ জুম্মা নামাজ পঢ়িবলৈ, জানাজা নামাজত শৰিক হবলৈ বা প্ৰস্ৰাৱ পায়খানাৰ কাৰণে নিজ ঠাই এৰি বাহিৰলৈ যোৱাতো দোৰস্ত বুলি গণ্য কৰা হৈছে। এইবিলাক কামৰ কাৰণে ওলাই যাবলৈ হুকুম থাকিলেও যিমান দূৰ সম্ভৱ কম সময়ত উলটি আহি মুতেকিফ অৱস্থাত থাকিবহি লাগে। কিয়নো অনাহকত সামান্য সময়ো নষ্ট কৰিলে এত্তেকাফ ভাঙি যোৱাৰ ভয় থাকে।

এত্তেকাফ কৰাৰ সময়ত মছজিদতে খোৱা-বোৱা কৰা আৰু ক্ষন্তেক শুই জিৰণি লোৱা জায়েজ। সেই দৰে ঘৰতে এত্তেকাফ কৰা সকলেও নিজৰ জাইনামাজতে বহি খোৱা-বোৱা কাম সমাধা কৰিব লাগে আৰু দৰকাৰ হলে জাইনামাজৰ ওপৰতে ক্ষন্তেক জিৰণি লব পাৰে।

তলত লিখা কাৰণ সমূহৰ কাৰণে এত্তেকাফ ভাঙি যায়।

(ক) বিনাকাৰণত ইচ্ছাকৃত বা পাহৰি এত্তেকাফ কৰা ঠাইৰ পৰা ওলাই আহিলে।

(খ) এত্তেকাফৰ অৱস্থাত নফছৰ খাহিশ পূৰা কৰিলে।

(গ) কোনো বিশেষ দৰকাৰী কামৰ কাৰণে ঠাইৰ পৰা ওলাই গৈ আৱশ্যকীয় সময়তকৈ বেছি পৰ বাহিৰত থাকিল। যেনে শৌচ আদি কৰিবলৈ গৈ অইন ঠাইত অলপ পৰ বহি আহিলে।

(ঘ) শৰীৰ অসুস্থ হৈ যোৱাৰ কাৰণে বা কোনো ভয় খাই এত্তেকাফ কৰা ঠাই পৰিত্যাগ কৰি গুচি আহিব লগীয়া হলে। ইত্যাদি।

ৰমজানশ্বৰীফত ফৰজ ৰোজা ৰখাৰ বাহিৰেও এইবিলাক কাম কৰিলেহে যথাৰ্থতে আত্মাৰ ৰুহে আল্লাহতালাৰ খুশী হাচিল কৰি নাজাতৰ পথৰ প্ৰকৃত সন্ধান পায়। হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলাইহে ওৱালিহি ৱচাল্লামে আমাক এই মাহৰ ফজিলতৰ বিষয়ে আমল কৰিবলৈ এইবিলাক শিক্ষা দি থৈ গৈছে। তেওঁ দেখুৱাই দিয়া পথৰপৰা আমি যেন আঁতৰি নাযাওঁ। কায়মনোবাক্যে আমি সকলোৰে ইয়াকেহে কামনা কৰিব লাগে।

ৰমজান মাহৰ আল্লাহতালাৰ নিয়ামত এতিয়াও ওৰ পৰা নাই। শব্ কদৰৰ ৰাতিটোৰ কাৰণে দেখোন মুছলমান পুৰুষ-মহিলা, ডেকা গাভৰু, ল'ৰা-ছোৱালীয়ে বৰ আগ্ৰহেৰে বাট চাই থাকে।

শব্ কদৰৰ অৰ্থ হ'ল মূল্যবান ৰাতি। যথাৰ্থতে আজিৰ এই ৰাতিটো আমাৰ বাবে বৰ হেঁপাহৰ আৰু বৰ আগ্ৰহৰ ৰাতি। কিয়নো আমি সকলোৱে জানোহঁক যে আল্লাহতালাই তেওঁৰ বান্দাসকলৰ পৰিত্ৰাণৰ কাৰণেই আকৌ এই ব্যৱস্থা কৰি আমাৰ প্ৰিয় নবী হজৰত মোহাম্মদ চল্লাল্লাহ আলাই ওৱালিহি ৱচাল্লামৰ জৰিয়তে এই অতি মূল্যবান ৰাতিৰ কদৰ কৰিবলৈ বা মান কৰিবলৈ আমাক হুকুম কৰিছে।

আমি আমাৰ নিজৰ পো-পৰিয়ালৰ মঙ্গলৰ কাৰণে অহৰহ চিন্তা কৰি আৰু চেষ্টা কৰি থাকো। ঠিক সেইদৰে দয়ালু আল্লাহ-তালায়ো তেওঁৰ বান্দাসকলৰ ইহকাল পৰকালৰ হিতৰ কাৰণে এনে চিন্তা ও চেষ্টা কৰি থাকে। সেয়েহে শৱকদৰৰ নিচিনাও এটা মহা-মূল্যবান ৰাতি আমি আমাৰ অমূল্য সম্পদ ৰূপে লাভ কৰিছো।

আজিৰ ৰাতিৰ মাহাত্মৰ বিষয়ে আল্লাহতালাই নিজেই চুৰা ইন্না আন্‌জাল্‌নাত সকলো ফজিলতৰ কথা জনাইছে। এই বিষয়ে হজৰতেও আমাক জনাইছে যে শৱকদৰ ৰাতিটোক আল্লাহতালাই বছৰটোৰ আটাইবিলাক ৰাতিতকৈ অধিক মৰ্তবা দিছে। আজিৰ ৰাতিৰ মৰ্তবা কেৱল মানৱ জাতিৰ বাবেই নহয় বৰং আল্লাহতালাৰ সৃষ্টি মাত্ৰেই আজিৰ ৰাতিৰ মৰ্তবা অনুভৱ কৰি আল্লাহতালাৰ তচবিহ লয় আৰু প্ৰশংসাত মগ্ন হৈ থাকে। আচমানৰ বস্তুৱেই হওক বা জমিনৰ বস্তুৱেই হওক এই কামৰ পৰা কোনো বঞ্চিত হৈ নাথাকে। এই ৰাতি সকলোৱেই—শিল, মাটি, গছ-বিৰিখ, চৰাই-চিৰিকতি, জীৱ-জন্তুৱেই হওক সকলোৱে সৃষ্টিকৰ্তাৰ উদ্দেশ্যে মূৰ দোৱাই চিজদা কৰে।

ফিৰিস্তাসকলেও আজি ৰাতি আল্লাহতালাৰ আৰশৰ চাৰিও-ফালে ঘূৰি ঘূৰি আল্লাহতালাৰ তচবিহ লোৱাত অতি ব্যস্ত থাকে।

এই ৰাতি কিমান যে গুনাহগাৰৰ গুনাহ মাফ হয় তাৰ লেখ জোখ নাই। এই ৰাতি কিমান যে মানুহে আজাবৰ পৰা ৰেহাই পায় তাৰো একো হিছাপ নাই। এই ৰাতি কিমান যে মানুহৰ দোৱা কবুল হয় তাৰো একো সীমা সংখ্যা নাই।

আজিৰ ৰাতিৰ মৰ্তবা আল্লাহতালাই ৰমজান মাহৰ শেষৰ ১০ দিনৰ ভিতৰতে এদিন নিৰ্দ্ধাৰিত কৰি থৈছে। কোনো কোনোৱে কয় যে ৰমজান মাহৰ ২১ তাৰিখেই শব্ কদৰৰ ৰাতি। কিন্তু সৰহ সংখ্যকেই ৰমজানশ্বৰীফৰ ২৭ তাৰিখটোকেই শব কদৰৰ ৰাতি বুলি মত প্ৰকাশ কৰিছে। মুঠৰ ওপৰত ৰমজানৰ শেষৰ ১০ দিনৰ ভিতৰতে এই মহামূল্যবান শব কদৰৰ ক্ষণটো বিচৰাই উত্তম।

॥ শব্ কদৰ নিৰ্দ্ধাৰিত হোৱাৰ আদি কথা ॥

কোৰণশ্বৰীফত আজিৰ এই মৰ্ত্তাবাপূৰ্ণ ৰাতিটোক লেইলাতুল কদৰ খাইৰুম মিন্ আলফে শহৰ" বুলি উল্লেখ কৰিছে। এই আয়াত শ্বৰীফৰ অৰ্থ হ'ল যে "শব্ কদৰৰ ৰাতিটো এহেজাৰ ৰাতিতকৈয়ো উত্তম" এতিয়া কথা হ'ল যে আন সংখ্যা নধৰি ঘাইকৈ 'এহেজাৰ' বোলা সংখ্যাটো কোৰাণশ্বৰীফত কি কাৰণে অৱতাৰণা কৰা হৈছে? এই 'এহেজাৰ' বোলা সংখ্যাটোৰ পূৰ্ণ ব্যাখ্যা বিচাৰিবলৈ গলে, "চুৰায়ে কদৰ" নো কেতিয়া আৰু কি কাৰণে নাজিল হ'ল সেইটো চাব লাগিব।

এই বিষয়ে কিতাবত পোৱা যায় যে বণি ইজৰাইল ক ইস্ৰাইল কওমত 'শমউন' নামে এজন বৰ দীৰ্ঘজীৱি, পৰহেজগাৰ আৰু মোত্তাকি ৰজা আছিল। কোনো কোনোৰ মতে তেওঁ এজন পয়গম্বৰ আছিল। কথিত আছে যে এই ৰজা জনে এহেজাৰ মাহ একে লেঠাৰিয়ে দিনত ৰোজা ৰাখিছিল আৰু ৰাতি এবাদত বন্দেগীত ব্যস্ত থাকিছিল। ইফালে ৰাজকাৰ্যৰ লগতে জেহাদৰ কামতো নিযুক্ত আছিল।

হজৰত ৰছুলে আকৰম চল্লাল্লাহ আলাইহে ওৱালিহি অচাল্লামৰ আচহাব কেইজনমানে এই কথা জানিব পাৰি অতি বিচলিত হৈ পৰিল আৰু দুখ কৰি কলে যে এই ৰজা জনক এবাদত বন্দেগীত আমি কোনেও চেৰ পেলাব নোৱাৰিম। একেটো ইমান আয়ুস পাবলৈ আশা কৰিবও নোৱাৰো তাৰোপৰি ইমান কঠোৰ সাধনা আমাৰ ধাতুত সহ্যও নহব।

আচহাব কেইগৰাকীয়ে এইদৰে কথা বতৰা পাতি থাকোঁতেই হজৰত (দঃ) আহি তেওঁলোকৰ সন্মুখত ওলালহি আৰু আচহাব সকলৰ মুখত তেনে ধৰণৰ কথা শুনি নিজেও অলপ চিন্তিত হৈ পৰিল।

এনে সময়তে হজৰত জিব্ৰাইল (আঃ) এ আবিৰ্ভাৱ হৈ হজৰতক (দঃ) বিনীতভাৱে জনালে যে এই বিষয়ে তেওঁ চিন্তা কৰিবৰ একো নাই। আল্লাহতালাই অতি আগ্ৰহেৰে আৰু অতি মেহেৰবাণীৰে তেওঁ আৰু তেওঁৰ উম্মত সকলৰ কাৰণে "চুৰে কদৰ" নামে এটা চুৰা নাজিল কৰিছে।

এই চুৰাটোৰে হ'ল "ইন্না আনজালনা" বা চুৰে কদৰ। এই চুৰাত হজৰত (দঃ) মনৰ চিন্তা বুজিব পাৰি আল্লাহতালাই এই কথাকেই জনাই অভয় দিছে যে তেওঁৰ আৰু তেওঁৰ উম্মতৰ কাৰণে শমউন বাদচাহৰ দৰে এহেজাৰ দিন ৰোজা আৰু এহেজাৰ ৰাতি এবাদত বন্দেগীত কটোৱাৰ আৰু একো আৱশ্যক নাই। কিয়নো এই শব কদৰৰ ৰাতিতে আল্লাহতালাই দিনত এহেজাৰ দিনৰ ৰোজা আৰু ৰাতি এহেজাৰ ৰাতিৰ এবাদত বন্দেগী কৰাৰ সমান মৰ্ত্তবা দিছে। কোৱাবাহুল্য এনে মৰ্ত্তবা উম্মতে মোহাম্মদীৰ ভাগ্যতহে লাভ হৈছে।

এয়ে হ'ল চুৰা ইন্নাআন্‌জালনা নাজিল হোৱাৰ আদি কথা আৰু এই কাৰণেই এই চুৰাত লয়লতুল কদৰক এহেজাৰ ৰাতিতকৈ উত্তম বোলা হৈছে।

এই চুৰাটোতেই আৰু পোৱা যায় যে এই ৰাতি অসংখ্য ৰহমতৰ ফিৰিস্তা, জিব্ৰাইলৰ (আঃ) সৈতে আল্লাহতালাৰ হুকুমত বান্দা সকলক চাবলৈ আচমানৰপৰা নামি আহে। আজিৰ ৰাতিৰ ফিৰিস্তা সকলৰ সমাগম অনুভৱ কৰিয়েই আল্লাহতালাৰ সকলোবিলাক সৃষ্টিয়েই সৃষ্টিকৰ্তাৰ উদ্দেশ্যে চিজদাত গৈ আল্লাহতলাৰ জিকিৰ কৰিবলৈ ধৰে।

ফিৰিস্তাসকলে আহি নো কি কৰে? এই কথাৰ উত্তৰ কোৰাণশ্বৰীফতেই দিয়া আছে।

ফিৰিস্তা সকলে আহি আল্লাহতালাৰ, বন্দেগীত মচগুল হৈ থকা সকলৰ হকে চালাম দিয়ে। অৰ্থাৎ ইমানৰ চালামতিৰ হকে আশীৰ্বাদ দি ফুৰে। এই ৰহমতৰ ফিৰিস্তা সকলৰ কাম ফজৰৰ সময়লৈকে জাৰি হৈ থাকে। কিন্তু সূৰ্য উদয় হোৱাৰ লগে লগে এই শুভ মুহূৰ্ত উকলি যায় আৰু ফিৰিস্তা সকলো অন্তৰ্দ্ধান হয়।

এই লয়লতুল কদৰৰ চুৰ্‌া নাজিল হোৱাৰ পিছত এদিন আচহাব কেইগৰাকীমানে হজৰতক (দঃ) সুধিলে:

ইয়া ৰছুলুল্লাহ চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লাম! শব কদৰৰ ৰাতিটোৰ কিবা আলামত বা চিন আছেনে?

হজৰত (দঃ) উত্তৰ দিলে:

নিশ্চয় আছে। সেই ৰাতি বৰ গৰমো নহব আৰু বৰ জাৰো নহব। ৰহমত নাজিল হোৱাৰ কাৰণে এই ৰাতিত গছ-বিৰিখ, হাবিৰ পশু আৰু পক্ষী আনকি পানীৰ মাছো বৰ শান্তিত থাকিব।

কোনো ৰকম চাঞ্চল্য দেখা পোৱা নাযাব। মানুহৰ মাজতো এই শান্তিৰ ভাব ক্ষন্তেকৰ কাৰণে হলেও দেখা যাব। এয়ে হ'ল শব



কদৰ ৰাতিৰ প্ৰধান আলামত। এইদৰে আৰু বহু কথাৰ যোগাযোগৰ পৰা দেখা যায় যে ২৭ ৰমজান শ্বৰীফতেই এই মহামূল্যবান ৰাতিটো নিৰ্দ্ধাৰিত।

এই আলামতৰ বিষয়ে চাহাবী আব্দুল্লাহ বিন ওমৰ (ৰাঃ) ই কৈছে যে—"এবাৰ এই ২৭ ৰমজানৰ ৰাতি মই এক বিশেষ কামত সমুদ্ৰ ভ্ৰমণ কৰিবলগীয়া হৈছিল। ৰাতি হোৱাৰ লগে লগে দিনৰ প্ৰচণ্ড ধুমুহা বতাহ আৰু পৰ্বতৰ সমান ওখ ওখ ঢৌবোৰ নিমিষতে এনেভাৱে নাইকিয়া হৈ গ'ল যেন সমুদ্ৰৰ ওপৰত ইমানপৰে একোকেই হোৱা নাছিল। মই বৰ আচৰিত হলোঁ আৰু ততালিকে সমুদ্ৰৰ লুণীয়া পানী এচুল মুখত দিলো কিন্তু কি আচৰিত! সমুদ্ৰৰ ঘোৰ লুণীয়া পানীও মোৰ মুখত মিঠা লাগিল। লাগিবইতো, আজি সেই বিশেষ শুভ মুহূৰ্তত সমুদ্ৰৰ লুণীয়া পানীও মিঠা পানীত ৰূপান্তৰিত হৈ গৈছেযে।

চোবহানাল্লাহ! ২৭ ৰমজানৰ ৰাতিৰ কি মৰ্তবা! সেয়েহে এই শুভ ৰাতিক কদৰৰ ৰাতি বুলি অভিহিত কৰা হৈছে।

শব কদৰৰ ৰাতিৰ মৰ্ত্তবাৰ বিষয়ে কিতাবত লিখা আছে যে আজিৰ ৰাতি আচমানৰপৰা আল্লাহতালাই হজৰত জিব্ৰাইল (আঃ), হজৰত মেকাইল (আঃ) আৰু হজৰত ইস্ৰাফিল (আঃ)ৰ ওপৰত হুকুম দিয়ে যে তেওঁলোকে লগত আৰু এজন ৰহমতৰ ফিৰিস্তা লৈ দুনীয়ালৈ নামি আহে।

এই চাৰিজন ফিৰিস্তাৰ হাতত চাৰিখন নিশান থাকে। এখন আল্লাহতালাৰ হম্‌দ বা প্ৰশংসাৰ পতাকা, এখন ক্ষমাৰ, এখনু দয়া আৰু ক্ষমাৰ আৰু এখন শান্তি বা ৰহমতৰ নিশান।

এই চাৰিও ফিৰিস্তাৰ লগত আৰু অসংখ্য ফিৰিস্তা দুনীয়ালৈ নামি আহি আজিৰ এই মৰ্ত্তবাপূৰ্ণ ৰাতিত কোনে কি কৰিছে চাবলৈ মানুহৰ ঘৰ, মছজিদ অৰ্থাৎ সমগ্ৰ দুনীয়াখনৰ চাৰিওফালে ঘূৰি ফুৰি চাই ফুৰে। নামাজ বন্দেগীত ব্যস্ত হৈ থকা জনৰ হকে তেওঁলোকে আল্লাহতালাৰ চালাম বা শুভেচ্ছাৰ পায়গাম দি গুছি যায়।

ইফালে পতাকাবাহী ফিৰিস্তাসকলে আহি ক্ষমাৰ নিশানখন হজৰত মোহাম্মদ চল্লাল্লাহু আলাইহি ৱালিহি ৱচাল্লামৰ ৰওজা মোবাৰকৰ ওপৰত উৰুৱাই দিয়ে। শান্তি আৰু ৰহমতৰ নিশানখন কাবা-শ্বৰীফৰ ওপৰত, দয়া আৰু মোহাব্বতৰ নিশানখন বয়তুল মোকাদ্দাচ শ্বৰীফত আৰু আল্লাহতালাৰ প্ৰশংসাৰ নিশানখন আচমান আৰু জমিনৰ সোঁমাজত শোভা পাবলৈ ধৰে।

মূঠৰ ওপৰত আচমান, জমিন, স্বৰ্গ, মৰ্ত্ত্য সকলো ঠাইতে এই ৰাতি উপৰোক্ত চাৰিখন পতাকাই নিজ নিজ গুণ বিস্তাৰ কৰি সুখ দুখৰ সংসাৰখন আশা আৰু ভাৰসাৰ পবিত্ৰ ভূমিত পৰিণত কৰে।

কিন্তু আমাৰ চকু নাই সেই দৃশ্য চাবলৈ, নাই আমাৰ কাণ সেই কথা শুনিবলৈ এইবিলাক ৰুহানি তত্ত্ব উপলব্ধি কৰিবলৈ লাগে আমাক আধ্যাত্মিক জ্ঞানৰ পোহৰ। নেক আমলত নিয়মিত ৰূপে একান্ত-মনে ব্যস্ত থাকিলেহে ৰুহানি শক্তি টনকিয়াল হয় আৰু ৰুহানি শক্তি টনকিয়াল হলেহে মানুহৰ আধ্যাত্মিক শক্তিৰ বিকাশ হবলৈ আৰম্ভ কৰে।

সেই সকল নেক মানুহ সঁচাকৈয়ে ভাগ্যবান যি সকলে এইবিলাক আজিৰ ৰাতিৰ মাহাত্ম্যৰ কথা দিলৰ চকুৰে আৰু মনৰ কাণেৰে চাব আৰু শুনিব পাৰে।

আমি এইবিলাকৰ কথা অনুভৱ কৰিব নোৱাৰো বুলি হাত [illegible]তি বহি থাকিলে নহব। এইবিলাক কথাত বিশ্বাস কৰি, সেইৰূপে কাম কৰি যোৱাও আত্মাৰ মুক্তি বা নাজাতৰ শান্তিময় পথত ভৰি দিয়া হয়।

সন্দেহ কৰিলে কিন্তু গোনাহগাৰ হব লাগিব। তেতিয়া হলে সুতে মূলে সকলোবিলাক নেক আমল ভ্ৰষ্ট হৈ চোকা অনুতাপৰ পোৰণিত শাস্তি পাই থাকিব লাগিব।

"উয়ুনুল মজালিচ" নামৰ এখন গুৰুত্বপূৰ্ণ কিতাবত লিখা আছে যে এদিন হজৰত ৰছুলে আকৰম চল্লাল্লাহ আলাইহি ৱালিহি ৱচাল্লামে নিজৰ শক্তিহীন উন্মতসকলৰ কথা ভাবি ভাবি ব্যাকুল হৈ আছিল।

এনেতে আল্লাহতালাৰপৰা অহি নাজিল হ'ল যে "হে ৰছুল (দঃ) তুমি তোমাৰ উন্মতসকলৰ কাৰণে কিয় ইমান চিন্তা কৰি আছা? চোৱা তোমাক মই কওঁ যে যেতিয়ালৈকে তোমাৰ উন্মতসকলক নবী আম্বীয়াৰ মৰ্তবা দিয়া নেযায়, তেতিয়ালৈকে তেওঁলোকক এই দুনীয়াৰপৰা উঠাই নিয়া নহয়। হে ৰসুলুল্লাহ! তুমিতো জানাই, নবী আম্বীয়া সকল-ৰনো মৰ্তবা কি ?—নবী সকলে মোৰপৰা 'অহি' পাই আৰু মোৰ চালামো ফিৰিস্তা সকলৰ জৰিয়তে তেওঁলোকক পৌছাই দিয়া হয়। চোৱা, শবকদৰৰ ৰাতি মই তোমাৰ সকলোবিলাক নেক উম্মতকে নবী সকলক চালাম পৌছাৰ নিচিনাকৈ, চালাম পৌছাওঁ, 'অহি'ৰ নিচি-নাকৈ তেওঁলোকক মই নাজাতৰ সুসংবাদ দিওঁ আৰু নবীসকলৰ নিচিনাকৈয়ে মই সেই ৰাতি তোমাৰ উন্মতৰ অতি সাধাৰণ দোৱাও কবুল কৰোঁ। যদিও তোমাৰ উম্মতসকল কমজোৰ, তথাপি যদি



কদৰৰ ৰাতি খালিচ দিলেৰে মাত্ৰ তিনিবাৰ 'লা ইলাহা ইল্লাল লাহকে কয়, তেন্তে এনেবিলাক উম্মতকো মই সম্পূৰ্ণ নাজাত দিবলৈ প্ৰস্তুত থাকোঁ।"

খোদাতালাৰ পৰা এই 'অহি' পাই হজৰত ৰহমতুল আলেমিন চল্লাল্লাহু আলেইহে ও ৱালিহি অচল্লমৰ উম্মতৰ হকে কৰা দুচিন্তা দূৰ হ'ল আৰু আল্লাতালাৰ গুৰিত তৎক্ষণাত শুকুৰিয়ানাৰ চিজদা আদায় কৰিলে।

শবকদৰৰ মাহাত্ম্যৰ বিষয়ে 'নুজহতোল মজালিচ' নামৰ আৰু এখন গুৰুত্বপূৰ্ণ কিতাবত লিখা আছে যে, হজৰত নুহে (আঃ) যেনেকৈ আল্লাৰ হুকুমত তেওঁৰ ওপৰত বিশ্বাস স্থাপন কৰা উম্মত সকলক তেওঁ সজোৱা প্ৰকাণ্ড নাও খনত আশ্ৰয় দি, আল্লাৰ গজব ৰূপে অহা প্ৰবল ধুমুহা আৰু বানপানীৰ পৰা নাজাত দিয়ালে, ইফালে আকৌ হজৰত ইচা আলেইহিচ চালামে যেনেকৈ আল্লাৰ হুকুমত গুণাহ-গাৰ সকলক মৰাই আকৌ জীয়াই তুলি তেওঁৰ ওপৰত সিহঁতৰ বি[illegible] স্থাপন কৰাই, সিহঁতৰ পৰিত্ৰাণৰ কাৰণ হৈছিল, আকৌ হজৰত ইব্ৰা-হিমু আলেইহিচ চালামক যেনেকৈ আল্লাতালাই নমৰুদ ৰজাৰ জ্বলন্ত জুইৰ পৰা নাজাত হাচিল কৰাই দিয়ালে আৰু পাছত তেওঁ এই কাৰণে বিস্তৰ মানুহৰ নাজাতৰ কাৰণ হৈ পৰে, ঠিক সেই ৰকমেই হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলেইহে ওৱালিহি অচল্লমে আল্লাৰ তৰফৰ পৰা গোটেই বছৰটোৰ ভিতৰতে মাত্ৰ এটা ৰাতিক শবকদৰ ৰূপে পাই উম্মতিয়ানে মোহাম্মদীয়াসকলৰ পূৰ্ণ নাজাতৰ ব্যৱস্থা কৰি দিয়ালে।

মুঠতে কবলৈ গলে ইয়াকে কব পৰা যায় যে এই আটাই বিলাক ঘটনাই একে শাৰীৰ আৰু একে উদ্দেশ্যৰেই সাধিত কৰা হৈছে।

## ॥ শবকদৰৰ আমলিয়াত ॥

এনেকুৱা এটা মৰ্তবাপূৰ্ণ ৰাতিক, আমি এনেয়ে মেল মাৰি বা টোপনিত লাল কাল হৈ পৰি থাকি আওকাণ কৰা নিশ্চয় বুদ্ধিমানৰ কাম নহয়। প্ৰকৃততে যদি আমি মানুহ হওঁ, এই মোবাৰক ৰাতিৰ সোণোৱালী সুযোগ এটাক আমি আওকাণ কৰাৰ কথা চিন্তাও কৰিব নোৱাৰোঁ।

ৰহমতৰ ফিৰিস্তা সকলৰ সমাগম হোৱা আজিৰ এই শবকদৰৰ পুণ্য ৰাতি, আমিনো কি কৰিব লাগে, সেই বিষয়ে হাদিচৰ পৰা, সহজ সহজ চাই, মাত্ৰ কেইটামান আমলৰ বিষয় তলত উল্লেখ কৰা গ'ল।

খোদাই যেন এই বিলাক আমল কামত খটাবলৈ আমাক যথেষ্ট শক্তি আৰু উচ্ছাহ দিয়ে।

(১) হজৰত আলি ৰেজিআল্লাহু আনহুই কৈ গৈছে যে যিজন মানুহে শবকদৰৰ ৰাতি, ইশা নামাজৰ পাছত অন্ততঃ ৭ বাৰ 'ইন্না আনজালনা' চুৰা পঢ়ে, আল্লাতালাই সেই মানুহজনক সকলো বিধৰ আপদ বিপদৰপৰা ৰক্ষা কৰে। আৰু চাৰলৈ অহা ফিৰিস্তা সকলেও সেই মানুহজনৰ হকে সদায় আল্লাতালাৰ গুৰিত দোৱা কৰি থাকে।

(২) শবকদৰৰ ৰাতি দুই দুই ৰাকাতকৈ ৪ ৰাকাত নামাজ আদায় কৰাৰ নিয়ম আছে। প্ৰত্যেক ৰাকাতে আলহামদুৰ পাছত, চুৰা ইন্নাআনজালনা এবাৰ আৰু কুলহুৱল্লাহ ২৭ বাৰ পঢ়িব লাগে। চালামৰ পাছত যিমানবাৰ মন যায় দৰুদশৰীফ আৰু এস্তেগফাৰ পঢ়ি, নিজৰ কাৰণে, নিজৰ পৰিয়ালৰ কাৰণে, আৰু ওচৰ চুবুৰিয়াৰ কাৰণে আনকি জিন্দা হওক মোৰদা হওক সকলো উম্মতিয়ানে মোহাম্ম-দীয়াৰ কাৰণে আন্তৰিকভাৱে দোৱা খুজিব। আল্লাৰ দৰ্গাহত এই দোৱা কবুল হব।

৩। আজি বিশেষকৈ পাছ ৰাতি যিমান পৰা যায় কোৰাণ শৰীফ পঢ়াও এটা বৰ ডাঙৰ চৱাবৰ কাম। এই ৰাতি বিশেষকৈ কোৰাণ শৰীফৰ চুৰা আনকবুত আৰু চুৰা ৰুম পঢ়াৰ অধিক ফজিলত আছে। কিন্তু কোৰাণ শৰীফ পঢ়াৰ আগতে অন্ততঃ তিনিবাৰ আৰু পাছতো তিনিবাৰকৈ দৰুদ শৰীফ পঢ়ি লব লাগে।

আজি ৰাতিৰ উক্ত চুৰা দুটা পঢ়ি অতাই ইয়াৰ চৱাব হজৰত পাক ৰছুলে আকৰম চল্লাল্লাহু আলেইহে ওৱালিহি অচল্লমৰ পাক ৰুহ মোবাৰকক তোহফা বা উপহাৰ হিছাবে 'নজৰ' কৰিব লাগে। তেখেত অৱশ্যে চৱাবৰ দুখীয়া নহয়, কিন্তু আমি তেখেতৰ উম্মত হৈ আমাৰ ফালৰ পৰা এইদৰে ৰখছি দিয়াতো হজুৰৰ (দঃ) ওপৰত আমাৰ ভক্তিৰ চিন এটাহে মাত্ৰ।

এইটো এটা আজিৰ ৰাতিৰ শ্ৰেষ্ঠ আমলৰ ভিতৰত গণ্য হৈছে বুলি কিতাবত উল্লেখ আছে। এই আমল কৰোঁতা জনৰ ইহকাল পৰকালত বৰকত হয় আৰু দোজখৰ পৰা নাজাত পাবৰ কাৰণে বৰ ফলোৎপাদক।

মুঠৰ ওপৰত উল্লেখ কৰা তিনিটা আমলৰ বাহিৰেও আৰু কিছুমান আমল আছে যদিও, আজি ৰাতিৰ এবাদত বন্দেগীৰ আৰু বিশেষ ধৰা বন্ধা নিয়ম নাই। যেয়ে যেনেকৈ পাৰে নফল নামাজ, দোৱা দৰুদ, এস্তেগফাৰ আৰু কোৰাণ তিলাওত কৰাত ব্যস্ত থাকিব লাগে।



আগেয়ে এই পুথি খনিতেই কৈ অহা হৈছে যে যদি কোনোৱে কেৱল মাত্ৰ 'লা ইলাহা ইল্লাল লাহ' পঢ়িয়েই গোটেই ৰাতিটো কটাই দিয়ে, এই মানুহজনৰ হকেও আল্লাহ তালাই তেওঁৰ প্ৰতি নাজাত ওৱাজিব কৰি লয়। কেৱল মাত্ৰ লাগে সাধকৰ একাগ্ৰতা আৰু 'ইমানৰ' বিশুদ্ধতা। সেয়ে যেনিবা আমাৰ মূলধন। এই মূল ধন দিলৰ ভিতৰত থাকিলে আমি যি কোনো প্ৰকাৰে অতি সহজে আল্লাহতালাৰ ৰহমত হাচিল কৰিব পাৰোঁ।

প্ৰত্যেক নামাজ আৰু এবাদত বন্দেগীৰ পাছত আমি দোৱা বা মুনাজাত কৰিব লাগে—এই দোৱা খোজা কথাতোও এবাদত বন্দেগীৰ এটা প্ৰধান অঙ্গ। দোৱা খোজাকেই চলিত ভাষাত মুনাজাত কৰা বোলে।

কিন্তু প্ৰায়েই আমি ভালকৈ দোৱা খুজিব নেজানো। মোটা মোটা নিৰস কথা কেইটামানেৰে আমি আল্লাতালাৰ গুৰিত আমাৰ মনৰ ভাবহে প্ৰকাশ কৰোঁ মাত্ৰ। আল্লাই অৱশ্যে আমাৰ মনৰ ভিতৰৰ চব কথাকে গম পায়। তথাপি কিন্তু আমাৰ ভাষা আৰু ভাবৰ অভাৱত আমাৰ দোৱা প্ৰায়েই নিৰস হয় আৰু সেই কাৰণে আমাৰ দি[illegible] একো 'আচৰ' কৰিব নোৱাৰে।

দোৱা বা মুনাজাত বোলা বস্তুটো এনেকুৱা হব লাগে যে ভাষা আৰু ভাবৰ প্ৰভাৱত আপোনা আপুনিয়েই চকুৰ পানী ওলাই নিজৰ দিলটোকে যেন জুৰ কৰি দিয়ে। এয়ে হলে, আমাৰ মনৰ একাগ্ৰতা বহু পৰিমাণে বাঢ়ি যায় আৰু সৃষ্টিকৰ্তা খোদাওন্দ তালাক তেতিয়া সঁচাকৈয়ে চকুৰ আগতে পোৱা যেন অনুভৱ হব।

আল্লাতালাৰ গুৰিত দোৱা খুজিবৰ কাৰণে নিৰ্জ্জন ঠাই আৰু সময়ৰো অতি আৱশ্যক। এই কাৰণেই সদায় শেষ ৰাতি নিৰ্জ্জন তহজ্জুদ নামাজৰ সময়ত দোৱা প্ৰাৰ্থনা কৰা বিশেষ দৰকাৰ বুলি কোৰাণ কিতাবত বাৰে বাৰে উল্লেখ কৰা হৈছে।

মুনাজাত বা আল্লাতালাৰ গুৰিত দোৱা বিচৰাৰ কোনো ধৰা বন্ধা নিয়ম নাই। বেয়া আৰু শৰিয়ত বিৰুদ্ধ কথাৰ বাহিৰে যেয়ে যেনেকৈ পাৰে দোৱা খুজিব পাৰে।

তলত মাত্ৰ নমুনা স্বৰূপে এটা মুনাজাত লিখি দিয়া গ'ল।

## মুনাজাত

বিচমিল্লাহিৰ ৰহমানিৰ ৰেহিম।

"খোদাওন্দা আপুনি মোৰ কথা চব জানে—মইনো পৰকালত গৈ ক'ত থাকিম সেই ঘৰো আপুনি দেখিছে—মোৰ মনৰ ভিতৰুৱা

বাহিৰা সকলো কথাৰ ভেদ আপোনাৰ মনৰ ভিতৰতে আছে। মোৰ মনৰ গুপুত বাসনা বুলিবলৈ একোকে নাই।

মই এজন নিচলা ভিখাৰী মাত্ৰ—আপোনাৰ গুৰিতেই মই ফৰিয়াদ জনাইছো—আপোনাৰ গুৰিতেই মই আশ্ৰয় বিচাৰিছোঁ—আপোনাৰ গুৰিতেই মই মোৰ সকলো ৰকম গুণাহ সৈ কাঢ়ি আশা আৰু আশঙ্কাত অধীৰ হৈ আছো।

আজি মই দুখীয়া মিচকিনৰ নিচিনাকৈ আপোনাৰ দৰবাৰত হাজিৰ হৈ ৰহমত ভিক্ষা কৰিছোঁ আজি মই নিলাজ গুণাহগাৰৰ নিচিনাকৈ আপোনাৰ দৰ্গাহত কন্দা কটা কৰিছোঁ আৰু মানুহ কণা হৈ খালত পৰি উদ্ধাৰ বিচাৰি চিঞৰ বাখৰ কৰাৰ দৰে ময়ো আপোনাক আজি উধাতু খাই মাতিছোঁ খোদাওন্দা! আজি এই অধীন গোলামে সেই জন মানুহৰ নিচিনাকৈয়ে আপোনাক বিচাৰিছো যি জনৰ মুৰ এতিয়াও আপোনাৰ দুৱাৰ দলিত দোঁ খাই পৰি আছে—যিজনৰ চকুৱে আপোনাৰ কাৰণেই অনবৰত চকুলো টুকি আছে—যি জনৰ শৰীৰত আপোনাৰ কাৰণেই ব্যকুল হৈ মলিনতাৰ চাপ বহি গৈছে—আৰু যিজনৰ নাক আপোনাৰ কাৰণে মাটিত চিজদা কৰোঁতে কৰোঁতে ধূলি মাটিৰে পৰিপূৰ্ণ হৈ গৈছে। খোদাওন্দা আজি এই ৰহমতৰ ৰাতি মোৰ কাৰণে মেহেৰবান হওক, মোক পুতৌ কৰক।

খোদাওন্দা! মোৰ নফছৰ ওপৰত মই নিজে বহুত জুলুম কৰিছোঁ—বহুত গুণাহ কৰিছোঁ, কিন্তু আপোনাৰ বাহিৰে কোনে মোৰ গুণাহ ক্ষমা কৰিব? আপুনি মোক আজি আপোনাৰ খাচ ৰহমত এনায়ত কৰি, মোৰ সকলোবোৰ গুণাহ মাফ কৰি দিয়ক কিয়নো নিঃসন্দেহে আপুনিয়েই আমাৰ ক্ষমাৰ গৰাকী।

খোদাওন্দ! দিন দুনীয়াৰ মালিক আপুনি। মই আপোনাৰ এজন কমজোৰ গোলাম আপোনাৰ দুৱাৰত হাজিৰ হৈছোহি আজি গুণাহগাৰ বন্দীৰ দৰেই, আহিছোঁ মই আপোনাৰ কৰুণা ভিক্ষা কৰিবলৈ, আপোনাৰ মৰম আৰু দয়াৰে গুণাহক মোৰ পৰা আঁতৰ কৰি দিয়ক।

খোদাওন্দা! আজিৰ ৰাতিৰ বিশেষ ৰহমত আৰু শান্তিৰ পৰা, আপোনাৰ বিশ্বাসী বান্দাসকলৰ ভিতৰত কোনেও যেন বঞ্চিত নহয়। হে করুণাময় আল্লাতাল্লা! জিন্দা হক বা মোৰদা হক, মোৰ আই বোপাই, সন্তান সন্ততি আত্মীয় সজন, মোৰ পূৰ্ব পুৰুষসকল, আৰু যি সকলৰ হক মোৰ ওপৰত আছে, অইনকি এই সংসাৰৰ আটাইবিলাক বিশ্বাসী উম্মতিয়ানে মোহম্মদীয়া মতাই হওঁক বা তিৰোতাই হওক, জীয়াই হওক বা মৰাই হওক সকলোৰে কাৰণে আৰু মোৰ



নিজৰ কাৰণেও মই আপোনাৰ ৰহমত ভিক্ষা কৰিছোঁ, যাতে আমাৰ সকলোৰে ইহকাল আৰু পৰকালৰ বাট মুকলি হৈ আমাৰ সকলো ৰকম মনোবাঞ্ছা পূৰ্ণ হয়।

খোদাওন্দা! আমাৰ শিক্ষা গুৰু, আটাইতকৈ শ্ৰেষ্ঠ আৰু শেষ পয়গম্বৰ হজৰত মহম্মদৰ ওপৰত, তেখেতৰ সন্তান সন্ততিৰ ওপৰত, তেখেতৰ পৰিয়াল বৰ্গৰ ওপৰত আৰু তেখেতৰ আচহাব সকলৰ ওপৰত আপোনাৰ আশীৰ্বাদ আৰু দৰুদ বৰ্ষিত হওক। আমিন।

## শওৱাল মাহৰ ফজিলত আৰু আমল

আজি পুৰা তিনি মাহ আগৰে পৰাই অৰ্থাৎ ৰজব মাহৰ পৰাই আৰম্ভ কৰি যি বিলাক নেক আমল কৰা গ'ল, সেই আটাইবিলাকৰে চওাব দিলৰ পুঁজিত জমা কৰি থবলৈ সক্ষম হোৱাৰ কাৰণে করুণাময় আল্লাতালাৰ গুৰিত কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ আজিৰ এই মহা উৎসৱৰ আয়োজন।

ৰমজান মাহৰ পাছতেই হ'ল শওৱাল মাহ। এই মাহৰ প্ৰথম দিনাই ইদুলফেটৰৰ উৎসৱৰ দিন।

হাদিছ শৰীফত উল্লেখ আছে যে এই মাহত ইদৰ দিনটো বাদ দি ছয়টা নফল ৰোজা ৰাখিব লাগে। এই ৰোজাক ঘৰুৱা ভাষাত 'ইদৰ ছয় ৰোজাও বুলি কয়। আন আন নফল ৰোজাৰ দৰে, এই ৰোজাও নিয়ত কৰাৰ পাছত ওৱাজিব হৈ যায়, সেই হেতুকে কিবা কাৰণত ৰোজা ভাঙি গলে ইয়াৰ কাযা ৰোজা ৰখাও ওৱাজিব হৈ পৰে।

এই ছয় ৰোজা ইদৰ দিনটো বাদ দি একে লগে ছয় দিন বা মাজে মাজে বাদ দি ছয়টা দিন পূৰ্ণ কৰিও ৰাখিব পাৰি। এই ৰোজাও ৰমজানৰ ৰোজাৰ পৰিপূৰক হিছাপে, সেই একে শাৰীৰ মৰ্তবাযুক্ত পুণ্য কাম।

কিতাবত পোৱা যায় যে এই মাহৰ প্ৰথম ৰাতি দুই দুই ৰাকাত কৈ ৪ ৰাকাত নফল নামাজ পঢ়িব লাগে। প্ৰত্যেক ৰাকাততে তিনিবাৰ তিনিবাৰকৈ কুলহুৱল্লাহ, কুলআউজু বেৰাব্বিল ফলক, কুলআউজু বেৰাব্বিনন্নাছ পঢ়াৰ নিয়ম। অৱশ্যে প্ৰত্যেক ৰাকাততে এবাৰকৈ আলহামদু পঢ়াৰ পাছতহে আন আন চুৰা বিলাক পঢ়িব। নামাজ শেষ হোৱাৰ পাছত ৭০বাৰ কলিমা তম্‌জিদ পঢ়িব

লাগে। এই নামাজো আদায় কৰিলে অশেষ পুণ্যৰ অধিকাৰী হয়। (কলিমা তম্‌জিদৰ বিষয়ে এই পুথিৰ শবে মেৰাজৰ অধ্যায়ত দিয়া হৈছে।)

## ইদুল ফেটৰৰ জানিবলগীয়া সুন্নত কাম সমূহ

১। গোছল কৰা আৰু মিচওয়াক কৰা।
২। ভালতকৈ ভাল কাপোৰ পিন্ধা।
৩। খোশ্‌বু লগোৱা।
৪। পুৱাতে অতি সোনকালে শুই উঠা।
৫। ইদৰ নামাজ পঢ়িবলৈ যোৱাৰ আগতে অলপ মিঠা বস্তু খোৱা।
৬। ইদৰ নামাজ পঢ়াৰ আগতে ফিটৰা আদায় কৰা।
৭। ইদৰ নামাজ ইদগাহত গৈ পঢ়া।
৮। ইদগাহলৈ খোজ কাঢ়ি অহা যোৱা কৰা।
৯। ইদগাহলৈ এক ৰাস্তাৰে গৈ আন এটা বেলেগ ৰাস্তাৰে ঘৰলৈ উভটি অহা।
১০। ইদগাহলৈ যাওঁতে বাটত মনে মনে তকবিৰ পঢ়ি যোৱা।
১১। ইদৰ নামাজৰ আগতে ঘৰতে হওক বা ইদগাহতে হওক কোনো ৰকম নফল নামাজ নপঢ়া।

এই ১১টা কথা আমি নিশ্চয় ইদৰ দিনা মানি চলিব লাগে। তেহে সুন্নত আদায় হব।

ঈদুলফেটৰ যে আমাৰ এটা প্ৰধান উৎসৱ আৰু খুশীৰ দিন এই কথা আমি সকলোৱে জানোহক। কিন্তু এই উৎসৱৰ প্ৰধান উদ্দেশ্য বা আচল তাৎপৰ্য নো কি, এই বিষয়ে হয়তো আমি বহুতে গম নেপাওঁ। বিশেষকৈ আমাৰ উঠি অহা ল'ৰা-ছোৱালীহঁতে প্ৰায় ভাগেই এইবিলাক কথাৰ আলোচনা নকৰে বা আলোচনা কৰিবলৈ সুবিধাও নেপায়। নিজৰ ধৰ্মৰ উৎসৱ, তিথি পৰব আদিৰ কথা সৰুৰেপৰাই সকলোৱে জনা উচিত। নহলে এইবিলাক নিয়ম মতে পালন কৰিব পৰা নেযায় আৰু তেতিয়া হলে এইবিলাকৰ দ্বাৰা কাৰো একো উপকাৰো সাধিত নহয়।

এই বিষয়ে গ্ৰন্থকাৰে অল ইণ্ডিয়া ৰেডিঅ'ৰ শ্বিলং গুৱাহাটী শাখাৰ অনাতাঁৰ কেন্দ্ৰৰ পৰা যি বক্তৃতা প্ৰচাৰ কৰিছিল, তাকেই পাঠক পাঠিকা সকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ তলত তুলি দিলোঁ।



## ঈদুল ফেটৰৰ তাৎপৰ্য

ঈদ মোবাৰক ! ঈদুলফেটৰৰ উৎসৱ আজি শেষ হৈ গ'ল। মুচলিম জগতত আজি যে কিমান আনন্দ আৰু কিমান উখল-মাখল তাৰ একো লেখ-জোখ নাই। সকলোৱে নিজ নিজ শক্তি অনুসৰি বাচকবনীয়া সাজ-পাৰ পিন্ধি মুখত আনন্দৰ ৰহণ লৈ তকবিৰ পঢ়ি পঢ়ি ঈদগাহ আৰু মছিদৰ পিনে লৰ দিছে। দিনৰ দহটাৰ আগতে যে ঈদৰ নামাজ শেষ হৈ যাব। আজিৰ এই দিনটোৰ কাৰণেই সকলোৱে ইমান আগ্ৰহেৰে বাট চাই আছিল।

নামাজ হৈ যোৱাৰ পাছত, ই কি স্বৰ্গীয় দৃশ্য। ইজনে সিজনক আনন্দতে আকোৱালী ধৰিছে। ইজনে সিজনৰ লগত হাত মিলাই ভ্ৰাতৃত্ব বন্ধনৰ আবেগত অন্তৰৰ অভিনন্দন জনাইছে। আজি অন্তৰত একো পাপ নাই, মনত কোনো গ্লানি বা অহঙ্কাৰ নাই। ডাঙৰ সৰু, ধনী-নিৰ্ধনী সকলোৱে সকলোকে অভিনন্দন অভ্যৰ্থনা জনাবলৈ, মানুহ যেন আজিয়েই আচমানৰ পৰা আচমানি দূত ৰূপে তললৈ নামি আহিছে। ভাগ্যবান সকলৰ কথা নকওঁৱেই, কিমান যে দুখীয়া নিঃকিনৰ মনো আজি উলাহতে নাচি উঠিছে। অৱহেলিত বাৰী বিধবা, দুখুনী অনাথ আৰু অসহায় পীড়িত লোক সকলেও আজি নিজৰ নিজৰ দুখ দৰিদ্ৰতাৰ কথা পাহৰি আনন্দতে উৎফুল্লিত হৈ আজিৰ এই মহান উৎসৱৰ সমানে ভাগ লবলৈ সক্ষম হৈছিহি।

মানুহৰো প্ৰকৃততে কেনেকুৱা হোৱা উচিত, তাৰে কিঞ্চিৎ আভাস দিবলৈয়ে ইচলামৰ আজিৰ এই উৎসৱৰ ব্যৱস্থা।

কিন্তু বছৰেকৰ মূৰত নিৰ্দিষ্ট দিনটোক ঈদুলফেটৰ নাম দি ওৰে দিনটো আনন্দতে উখল-মাখল লগাই, আমি উলাহৰ অভিনয় কৰাদি কৰিব লাগে নেকি ?

নহয়, ঈদুলফেটৰৰ উৎসৱেই হ'ল মুচলিম জগতৰ প্ৰাণবন্ত প্ৰধান উৎসৱ। এই দিনটো যথাৰ্থতে পালন কৰিবলৈ শাস্ত্ৰীয় বিধান মতে প্ৰায় তিনিমাহমান আগৰে পৰা, আমি কঠোৰ সাধনাত লিপ্ত থাকিব লাগে। কিয়নো এই উৎসৱ আন্তৰিকতা শূন্য নহয়। এই উৎসৱৰ উদ্দেশ্যে অতি মহান আৰু অতি দ'।

আজিৰ এই উৎসৱৰ কাৰণে তিনি মাহ আগৰে পৰা আমাক বিশেষ ৰূপে সাজু হবলৈ নিৰ্দেশ দিয়া আছে। তাৰ মানে আজিৰ

অল ইণ্ডিয়া ৰেডিঅ'ৰ চিলং গুৱাহাটী শাখাৰ অঁনাতাৰ কেন্দ্ৰৰ সৌজন্যত প্ৰকাশিত।
---লিখক।

ঈদৰ দিনটো" যথাৰ্থভাৱে পালন কৰিবলৈ হলে ৰজৱ, শাবান মাহৰ পৰাই আধ্যাত্মিক উৎকৰ্ষৰ সাধনাত লাগি থাকি আত্মা শুদ্ধিৰ বাট মুকলি কৰ লব লাগে। বিশেষকৈ শাবানৰ জোনৰ প্ৰথম ৰাতিৰ পৰাই সকলো ধৰ্মপ্ৰাণ মুছলমানেই নিজৰ নিজৰ অন্তৰত কিবা এটা স্বৰ্গীয় অনুভূতিৰ নিশ্চয় আভাস পায়। শাবান মাহটোও বিশেষ বিশেষ কাৰণত বৰ পবিত্ৰ মাহ। মানুহে পবিত্ৰ ক্ষণত পবিত্ৰ কাম হাতত ললেই স্বাভাৱিকতে এটা ঐশ্বৰিক প্ৰেৰণা লাভ কৰে। বিশেষকৈ এই শাবান মাহৰ ১৫ তাৰিখৰ ৰাতি পৱিত্ৰ শবে বৰাত উপলক্ষে যি বিলাক ধৰ্ম-কৰ্মত আমি গোটেই নিশা বিশ্বকৰ্তাৰ ধ্যানত মগ্ন হৈ থাকিব লাগে, সেই কথা আমি সকলোৰে জানোহঁক। সেই ৰাতি আমি মৰণৰ সিপাৰে থকা আত্মা সমূহকো বাদ দি যাব নোৱাৰোঁ। এই অশৰীৰি আত্মা সকলৰ চিৰ মুক্তিৰ কাৰণে আজি ৰাতি মাজ নিশা নিজান কবৰস্থানত গৈয়ো সকলোৱে মুক্তিৰ হকে আমি আল্লাৰ [illegible] প্ৰাৰ্থনা জনাওঁ। আমাৰ গৌৰৱ, আমাৰ ধন-দৌলত, আমাৰ সুখৰ জীৱন যে এই নিজান কবৰস্থানত পৰি থকা মানুহ সকলৰ নিচিনাকৈয়ে এদিন এৰি থৈ আহিব লাগিব এই ভাবটোৱেই আমাৰ মনত দ'কৈ সাঁচ বহুৱাই আমাক যথাথতে পৱিত্ৰভাৱে জীৱন যাপন কৰিবলৈ উদ্গণি দিয়ে।

ফলত আমাৰ মনৰ অৱস্থাৰ পৰিবৰ্তন হয় আৰু ঘোৰ সাংসাৰিক ভাৱৰ হেঁচা বহু গুণে লঘূ হৈ আহি, আত্মাৰ বল বিকাশ হবলৈ আৰম্ভ কৰে।

এই শাবান মাহৰ অন্তত আহিল 'ৰমজান' বা ৰোজাৰ মাহ। এই পৱিত্ৰ মাহত পুৰা এমাহ ধৰি দিনত ৰোজা বা উপবাসী হৈ থকাতো আমাৰ এটা বাধ্যতামূলক কৰ্তব্য। উপবাসে থাকিলে বা ৰোজা ৰাখিলে আধ্যাত্মিক অৱস্থাৰ উন্নতি হয়, এই কথা সকলো প্ৰধান প্ৰধান ধৰ্মতে এক বাক্যে স্বীকাৰ কৰে। ইচলামেও আমাক এই শিক্ষাই দিছে যে আমাৰ ভোগলিপ্সু ৰিপু সমূহক দমাই থব নোৱাৰিলে আধ্যাত্মিক ভাব ও আচৰণৰ ক্ৰমিক অধোন্নতি হৈ মানুহ পশুৰ শাৰীত নামি আহে। অৰ্থাৎ আমি মনলৈ পৱিত্ৰ ভাব এটা আনি কষ্ট সহ্য কৰি ৰোজা পালন কৰি স্থুল দেহাটোক নিস্তেজ কৰি লব পাৰিলেহে আমাৰ আত্মাই বল পায়। আত্মাৰ শক্তি টনকিয়াল হলেহে আমাৰ আধ্যাত্মিক শক্তিৰ আৰম্ভণি হয়।

এই জগতৰ অগণিত সাধু পুৰুষ আৰু মহামতি পয়গম্বৰ সকলৰ জীৱনীৰ পৰাই এই কথাৰ ৰাশি ৰাশি প্ৰমাণ পোৱা যায়।



চোৱাছোন, মুছা পয়গম্বৰে দুকুৰি দিন উপবাসী হৈ আল্লাৰ আৰাধনাত মগ্ন থকাৰ পাচতহে, পয়গম্বৰ হৈছিল। সেইৰূপে হজৰত ইছা বা যীশু খৃষ্টও দুকুৰি দিনমান উপবাসী হৈ কাল কটোৱাৰ পাছতহে পয়গম্বৰ হৈ ইঞ্জিল বা বাইবেলখন পাইছিল। হজৰত মহম্মদেও (দঃ) নিজান 'হেৰা' পৰ্বতৰ গুহাত ডেড় কুৰি দিন মান ৰোজা পালন কৰি, সেই অৱস্থাৰে আল্লাক একান্ত মনে জপ কৰাৰ পাছতহে তেওঁ কোৰাণশৰীফখন পাই পয়গম্বৰ হৈছিল।

গতিকে ফটফটীয়াকৈ দেখা যায় যে মানুহ স্থুল শৰীৰৰ আবেষ্টনিৰ পৰা মুক্তি পালেহে আধ্যাত্মিক শক্তিৰ জেউতিয়ে প্ৰভাব বিস্তাৰ কৰিব পাৰে।

এই কাৰণেই ইচলামে আমাক এমাহ ৰোজা পালন কৰি বিশেষ বিশেষ ধৰ্ম কৰ্মত নিযুক্ত থাকিবলৈ আদেশ দিছে। সেয়ে কৰিলে আমাৰ জীৱনত পৱিত্ৰতাৰ ভাব এটা আহি আমাক চিৰ মুক্তিৰ পথত ভালেমান আগুৱাই আনি থয়হি।

কিন্তু ৰবা! এয়ে যথেষ্ট হ'ল জানো? কিয়নো মই নিজে আধ্যাত্মিক উন্নতিৰ জখলাত আগবাঢ়ি যাবলৈ ওলাইছোঁ হয়, কিন্তু পাছ ফালৰ পিনে ঘূৰি চাই দেখোঁ যে কেতবোৰে দেখোন এই সংসৰাতে খোপনি হেৰুৱাই, অভাৱত পৰি অতি কষ্টে জীৱনৰ ভাৰ বহন কৰিছে। নাই তেওঁলোকৰ মুখত হাঁহি আৰু নাই একো মহৎ ভাবৰ প্ৰেৰণা। এওঁলোকেই হ'ল আমাৰ সমাজৰ অনাথ ল'ৰা-ছোৱালী, ৰাৰী দুখুনী তিৰোতা আৰু অসহায় চিৰৰুগীয়াৰ দল। নিজ নিজ অক্ষমতাৰ হেতু এনে হেন পৱিত্ৰ দিনতো চকুৰ পানী টোকাৰ বাহিৰে আন একো কৰিবলৈ নাই।

গতিকে সমাজৰ এনে অৱস্থাত যদি মই তেওঁলোকৰ দুখ দুৰৱস্থাৰ পিনে আওকাণ দি, মই নিজেই উপবাসে থাকি চকু মুদি কেৱল জপ্ তপ্ কৰাতে ব্যস্ত থাকোঁ, তেন্তে মোৰ এই জপ তপৰ কিবা মূল্য আছে জানো? নিজৰ স্বাৰ্থ ত্যাগ কৰি হলেও আমি আৰ্ত লোকক অভয়দান কৰিবই লাগিব। ইয়ো এটা ধৰ্মৰ প্ৰধান অঙ্গ।

এই কাৰণেই ইচলামৰ পাঁচোটা মূল ভেটিৰ ভিতৰত জাকাত নামৰ আৰু এটা অনুষ্ঠানৰ নিৰ্দেশ দিয়া আছে। জাকাত হ'ল এটা বাধ্যতামূলক নিৰ্দিষ্ট দান। জাকাতৰ পৰিস্থিতি বৰ বহল। আগৰ দিনত দুখীয়াৰ দুখ মোচন কৰাৰ বাহিৰেও বহুতো জন হিতকৰ কাম এই জাকাতৰ পুঁজিৰ পৰাই কৰিব পৰা হৈছিল। আজি কালিও ৰমজানৰ ৰোজা মাহত এই জাকাতৰ ধনৰ দ্বাৰা নিজ নিজ সমাজৰ

কিমান যে দুখীয়া দৰিদ্ৰ মানুহে বিশেষ ৰূপে উপকৃত হৈ আহিছে, তাৰ লেখ-জোখ নাই।

মানুহে মানুহক সেৱা কৰিব পৰাতোও এটা বৰ ভাগ্যৰ কথা। অনাথ ল'ৰা-ছোৱালী, দুখুনী বাৰী মানুহ বা আন কোনো অভাৱগ্ৰস্ত মানুহৰ দুখ মোচন কৰি আমি যে নিজেই কিমান অপাৰ আনন্দ লাভ কৰোঁ, সেইতো উপলব্ধি কৰাৰ হে কথা, মুখৰ ভাষাৰে তাক প্ৰকাশ কৰিব নোৱাৰি। আমি স্বাৰ্থ ত্যাগ কৰি আনক সুখী কৰিবলৈ গৈ মুক্তিৰ পথত আৰু এচাপ আগবাঢ়িলোঁ। সংসাৰৰ সুখৰ লগত আমাৰ মনৰ পবিত্ৰ ভাবটোৰ কোনো ৰকমেই তুলনা নহয়।

চাওঁতে চাওঁতে আমাৰ অগ্নি পৰীক্ষাৰ দিন অন্ত হওঁ হওঁ হৈছেহি। হয়তো আজি বাদে কালি ঈদ আহি পাবহিয়েই। এই ঈদৰ দিনাই আমাৰ দীঘলীয়া আধ্যাত্মিক প্ৰচেষ্টাৰ সাময়িক ৰূপে পৰিসমাপ্তি ঘটাৰ দিন।

কিন্তু এই শেষ সময়তো বোধকৰো আমাৰ কৰ্তব্য শেষ হোৱা নাই। হয়তো এতিয়াও এনে দুৰ্ভগীয়া নৰ নাৰী বৈ গৈছে যি সকলে ঈদৰ জোন দেখিও হৃদয়ত উলাহ-আনন্দৰ খলকনিৰ পৰিবৰ্তে হিয়া ভৰা শোকত জৰ্জৰিত হৈ চাৰিওদিশ এন্ধাৰ দেখিছে। কিয়নো যি সকলে এতিয়াও পেটৰ অনুস্থানৰ যোগাৰ কৰিব পৰা নাই, গাতো ভাল এডুখৰি বস্ত্ৰ নাই, তেওঁলোকৰ নো আকৌ কিহৰ ঈদ?

ইচলামে কিন্তু এই শেষ সময়তো এওঁলোকৰ কথা পাহৰা নাই। ঈদৰ দিনত যে সকলোৱে সমানে আনন্দ কৰিব লাগিব! সেই কাৰণেই 'ফিটৰা' বা আন এটা বাধ্যতামূলক নিৰ্দিষ্ট দানৰ ব্যৱস্থাৰে মানুহক আৰু এবাৰ স্বাৰ্থত্যাগ কৰাই মনৰ পৱিত্ৰ শান্তিপূৰ্ণ অৱস্থাক নিগাজিকৈ শান্তিত ৰখাৰ দিহা দিছে। এই ফিটৰা বা ঈদৰ দিনৰ দান প্ৰত্যেক ঘৰৰ পৰিয়ালৰ সংখ্যা হিছাপে সৰু-বৰ, লগুৱা-লিকচৌ অইন কি ঈদৰ দিনা ৰাতিপুৱাতে জন্ম হোৱা কেঁচুৱাৰ হকেও সকলোৱে দিবলৈ বাধ্য।

আজিৰ এই ফিটৰাৰ দানো দুখীয়া দুৰ্ভগীয়াৰ কাৰণে বৰ ডাঙৰ এটা সহায়। এইতো কাৰণেই ঈদৰ দিনা সকলো শ্ৰেণীৰ মানুহেই সমানে আনন্দ উপভোগ কৰিবলৈ সক্ষম হয়। আৰু এই ফিটৰা বা বিশেষ দান দিয়াৰ পিছত হে আমি ঈদৰ নামাজ পঢ়িবলৈ যোগ্যতা অৰ্জন কৰোঁ। এই কাৰণেই আজিৰ ঈদক ঈদুলফেটৰ বোলা হয়।

আমি যে কঠোৰ সাধনাৰ মাজেদি ইমান দিনে মানুহ হৈ মনুষ্যত্বৰ কৰ্তব্য পালন কৰিবলৈ সক্ষম হলোঁ, আৰু আধ্যাত্মিক উন্নতিৰ



চাপত উঠি আত্ম শুদ্ধি কৰি লবলৈ সুযোগ পালোঁ, সেই কাৰণেই আমি বৰ আগ্ৰহেৰে ঈদুল ফেটৰৰ নামাজ পঢ়ি সমবেতভাৱে, আল্লাহৰ গুৰিত কৃতজ্ঞতা প্ৰকাশ কৰি অন্তৰৰ প্ৰাৰ্থনা নিবেদন কৰোঁ। সেয়েহে আজি আমাৰ মনত ইমান আনন্দ।

## জিলকদ মাহ

এই মাহো হজৰ মাহৰ ভিতৰতে পৰিছে। ইয়াৰ ফজিলত জিলহজ মাহৰ দৰেই একে। এই মাহতো যুঁজ-বাগৰ কৰি ফুৰা হাৰাম। শওৱাল, জিলকদ আৰু জিলহজ এই তিনি মাহেই হজৰ মাহ।

দুৰণিবটীয়া মানুহে শওৱাল মাহত ঈদ কৰিয়েই হজ উদ্দেশ্যে মক্কা শৰীফলৈ যাবলৈ আৰম্ভ কৰে। মক্কা শৰীফ পোৱা পাছত ধীৰে সুস্থিৰে হজৰ কাম আৰম্ভ কৰে। শেষত জিলহজ মাহৰ ৯ তাৰিখে সকলোৱে একে লগে একে দিনাই আৰফাৰ ময়দানলৈ গৈ হজ উপলক্ষে কৰিবলগীয়া কাম বিলাকৰ সামৰণি মাৰে। হজৰ কাম শেষ হোৱাৰ পাছত মক্কাশৰীফৰ পৰা বিদায় লৈ মদিনা শৰীফলৈ আহি হজৰত মহম্মদ চলল্লাহ আলেইহে ওৱালহি অচল্লমৰ পাক ৰওজা মোবাৰক জিয়াৰত কৰি ইমান দিনৰ দুখ-ভাগৰ একেবাৰেই পাহৰি যায়।

কিন্তু যি সকল মানুহৰ হজত যাবলৈ এতিয়াও ভাগ্যত হোৱা নাই, তেওঁলোকে কি এই তিনি মাহ ঘৰতে এনেয়ে হাত সাৰটি বহি থাকিব? এই পৱিত্ৰ কাল ডুখৰিত কিন্তু তেওঁলোকৰো কৰিবলগীয়া বহু কাম আছে।

কিতাবত কোৱা হৈছে যে তেওঁলোকেও নিজ নিজ মনতে ভাবি লব লাগিব যে মানুহৰ দিলটোও এটা যেন কাবা গৃহ। মানুহে যদি আল্লাক ভাল পায় আৰু সদায় আল্লাৰ কথা সুঁৱৰি তেওঁৰ নাম লৈ থাকে, তেন্তে আল্লাক পাবলৈ বেছি দূৰ যাব নেলাগে। নিজৰ দিলটোৰ পিনে মন দিলেই তাতে আল্লাক পোৱা যাব। গতিকে ইয়ো এক ৰুহানি কাবা গৃহ।

কিন্তু মক্কা শৰীফত অৱস্থিত কাবাশৰীফৰ লগত আমাৰ দিলৰ কাবা গৃহৰনো কি সাদৃশ্য আছে?

ধৰা, যেতিয়া মানুহে হজ উপলক্ষে কাবাশৰীফ দৰ্শন কৰিবলৈ মক্কা শৰীফ যাত্ৰা কৰে, তেতিয়া এই সকল মানুহে নিজৰ ঘৰ

সংসাৰ পাহৰে, আত্মীয়-স্বজন পাহৰে, দোস্ত-বন্ধু সকলবো কথা পাহৰে, বিষয়-সম্পত্তিৰ কথাও পাহৰে অইন কি নিজৰ দেশৰ কথাও পাহৰি সাময়িকভাৱে মৃত্যু বৰণ কৰাৰ নিচিনাকৈ নিজ নিজ ঘৰৰ পৰা ওলাই বাহিৰ হৈ যায়। কিয়নো তেওঁলোকে জানে যে ৰাস্তাৰ বিপদ আপদ চোৰ পেলাই মৰুময় আৰব দেশৰ ভীষণ কঠোৰতাৰ পৰা আকৌ যে নিৰাপদে হাত সাৰি আহিব পাৰিব, এইটো এটা বৰ সংশয়ৰ কথা। কিন্তু এই দুদিনীয়া দেহাটো যায় বা থাকক, প্ৰাণৰ চিৰকলীয়া কামনা আৰু অন্তৰৰ আবেগৰ বাসনা পূৰণ হবই লাগিব। এই কাৰণেই তেওঁলোকে শত বিপদ আপদৰ মাজতো ধীৰে আৰু সুস্থিৰে নিজ নিজ কৰ্তব্যৰ সামৰণি মাৰিবলৈ যথেষ্ট বল পায়।

সেইৰূপে যি সকলৰ হজত যাবলৈ এতিয়াও কপালত ঘটা নাই, তেওঁলোকে নিজ নিজ দিলকে কাবা গৃহৰ কেন্দ্ৰ স্বৰূপ কৰি আল্লাৰ বন্দেগীত কাল কটাবলৈ অভ্যাস কৰিব লাগে। ভাবি লব লাগিব যে তেওঁৰ সাংসাৰিক জগত খন এপিনে চলিব ধৰিছে, আৰু আন পিনে দিলৰ ভিতৰত ৰুহানি দুনীয়া খনো আল্লা তালাৰ এবাদত বন্দেগীৰ মহা সমুদ্ৰ খনত ৰুহানি আন্দোলনৰ ঢৌৰ খলকনি তুলি দিছে।

সেই কাৰণে এই হজৰ কেইমাহ আমি ভাবি লোৱা উচিত যে এতিয়া আমি মৃত্যুৰ দুৱাৰত আৰু আমাৰ জীৱনৰ মোহ নোহোৱা হৈ আহিছে, কিন্তু ইয়াৰ পৰিবৰ্তে এতিয়া আৰু আল্লাতালাৰ দিদাৰ আৰু ৰহমতুল আলেমিন চল্লাল্লাহু আলেইহে অচল্লামৰ শাফাওতৰ বাহিৰে আমাৰ ধিয়ানত আৰু একোকে নাই। আমাৰ মনৰ এই উদ্দেশ্য সাধন কৰিবলৈ যিমান দূৰ পৰা যায় হাজী সকলে এহৰামৰ নিয়ত কৰাৰ দৰেই আমিও দিলতে এহৰামত থকাৰ নিচিনাকৈ চলিবলৈ দিহা লগাই লব লাগে।

## জিলকদ মাহৰ আমল

এই মাহত তেনে বিশেষকৈ কোনো খাচ আমল নহলেও, হজৰত ৰসুলে মকবুল চল্লাল্লাহ আলেইহে অচল্লিমে আৰু তেখেতৰ আচহাবসকলে এই মাহত 'ওমৰা' কৰিছিল। ওমৰা মানে এক ৰকম সৰু হজ। এই হজত আৰফাতৰ ময়দানত গৈ বন্দেগী কৰা বা কোৰ বাণী আদি দিয়াৰ নিয়ম নাই। এই হজৰ কোনো নিৰ্দিষ্ট দিনো নাই, যেই সেই সময়তে গৈ এই হজ আদায় কৰিব পৰা যায়।



'ওমৰা' হজৰ বাকী আন বিলাক নিয়ম কানুন আচল ঘাই হজৰ দৰেই। মক্কা শৰীফৰ ওচৰত থকা মানুহসকলে, দলে দলে গৈ এই মাহতে ওমৰা আদায় কৰি লয়। ওমৰা আদায় কৰিব পাৰিলেও অশেষ চওৱাব হয়।

এই মাহৰ প্ৰত্যেক ৰাতি দুই ৰাকাত নফল নামাজৰ কথা উল্লেখ আছে। এই নামাজত প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ, পাছত তিনিবাৰ কুলহুৱাল্লাহ পঢ়াৰ নিয়ম প্ৰচলিত হৈ আহিছে।

ইয়াৰ বাহিৰেও এই মাহৰ সদায় শেষ ৰাতি উঠি তহজ্জুদ নমাজ, কোৰাণ তিলাওত, কলিমা তমজিদ আৰু দৰুদশৰীফ আদি যিমান পাৰে পঢ়ি আল্লাতালাৰ গুৰিত দোৱা খুজিব লাগে। চব দোৱা কবুল হয়।

## জিলহজ মাহৰ ফজিলতৰ বয়ান

এই মাহেই চান্দ্ৰ মাহৰ শেষ মাহ। এই মাহতেই হজ সমাপণ কৰা হয়। এই মাহৰ প্ৰথম দহ ৰাতিৰ ফজিলতৰ কথা হদিছ শৰীফত বিশেষকৈ উল্লেখ আছে।

## জিলহজ মাহৰ আমল

এই মাহৰ প্ৰথম দিনৰ পৰা ৯ তাৰিখলৈকে, তাৰমানে 'আৰফাৰ' দিনলৈকে ৰোজা ৰাখিব লাগে। বিশেষকৈ আৰফাৰ দিনা ৰোজা ৰখাটো অতি চৱাবৰ কাম। কিয়নো আজিৰ এই দিনতেই আল্লা তালাই সামৰ্থ্যবান মানুহৰ ওপৰত হজ ফৰজ কৰিছে। হাজি সকলেও আজিৰ গধূলি আৰফাতৰ ময়দানত বন্দেগীৰ সামৰণি মৰাৰ লগে লগেই, তেওঁলোকৰ গোটেই জিন্দেগীৰ কাৰণেই ফৰজ হজ আদায় হৈ যায়। এই সময়ত এওঁলোকে আনন্দতে অধৈৰ্য হৈ ইজনে সিজনক মোবাৰক বাদ দিবলৈ ধৰে।

এই দিনাই কিমান যে গুণাহগাৰৰ গুণাহ মাফ হয় তাৰ সীমা সংখ্যা নাই, আৰু কিমান যে মানুহৰ পৰিত্ৰাণৰ ভাগ্য মুকলি হয় তাকো নিৰ্ণয় কৰা টান।

এই কাৰণেই আৰফাৰ ৰোজা ৰখা আমাৰ কাৰণে এটা অতি কাৰ্যকৰী আমল। এই দিনাই আমাৰো দিলৰ হজ আদায় হয়। এই ৰোজা মোস্তাহাব।

কিতাবত পোৱা যায় যে এই আৰফাৰ দিনা প্ৰত্যেক মুচলমান নৰ-নাৰীয়ে আল্লাতালাৰ গুৰিত দোৱা খুজিবৰ আগতে ১০০ বাৰ 'লা ইলাহা ইল্লল্লাহ অহদহু লা শৰিফ লহু লহুল মুলকো অহুৱা আলা কুল্লে শেইয়িন কদিৰ' পঢ়িব লাগে।

তাৰ পাছতে ১০০বাৰ কুলহুৱল্লাহ পঢ়িব। আকৌ ইয়াৰ পাছত ১০০বাৰ "চোবহানল্লাহে আলহামদুলিল্লাহে অলা ইলাহা ইল্লল্লাহ আল্লাহু আকবৰ, আল্লাহু আকবৰ অলিল লাহিল হমদ" পঢ়িব।

ইয়াৰ পাছত ১০০ বাৰ ইস্তগফাৰ পঢ়িব, পাছতে আকৌ ১০০ বাৰ দৰুদশৰীফ পঢ়িব।

শেষত 'তলবিয়া' তাৰ মানে "আল্লাহুম্মা লাব্বাইক, আল্লাহুম্মা লাব্বাইক, লা শৰিকা লাকা লাব্বইক" কেইবাৰমান পঢ়িব।

উক্ত 'তলবিয়াৰ' অৰ্থ হ'ল, "হে আল্লাতালা! মই আপোনাৰ খেদমতত হাজিৰ আছোঁ, হে আল্লাতালা মই আপোনাৰ খেদমতত হাজিৰ আছোঁ, আপোনাৰ কোনো শৰিফ নাই, মই আপোনাৰ খেদমতত হাজিৰ আছোঁ।"

এই তলবিয়া আৰবী ভাষাতেই হওক বা নিজ মাতৃ ভাষাতেই হওক, এক ধ্যানে বহি চকুৰ পানী টুকি টুকি, আল্লাতালাৰ গুৰিত দোৱা খুজিব।

এই আমল কৰিলে আল্লাতালাই তৎক্ষণাত বান্দাসকলৰ দোৱা কবুল কৰিবলৈ অকণো বাট নেচায়। ততালিকে চব দোৱা কবুল কৰি লয়।

## আৰফাৰ নামাজ

(১) আজিৰ ৰাতি ১ চালামতে ৪ ৰাকাত নফল নামাজ পঢ়াৰ কথা কিতাবত উল্লেখ আছে। প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত চুৰা ইন্না আনজালনা তিনিবাৰ আৰু কুলহুৱল্লাহ ২১ বাৰকৈ পঢ়িব লাগে। চালামৰ পাছত ৭০ বাৰকৈ দৰুদশৰীফ আৰু ইস্তাগফাৰ পঢ়িব। ইয়াৰ পাছতে আল্লাতালাৰ গুৰিত আন্তৰিকভাৱে মুনাজাত বা দোৱা খুজিব। আগেয়ে কৈ অহা হৈছে দোৱা খোজাও এটা প্ৰাৰ্থনা। গতিকে এই কাম ঠিক নিয়ম মতেই আদায় কৰিব। আল্লাই চব কথা জানে বুলি পাল মাৰি যেন কেতিয়াও কোনোৱে দোৱা খোজাৰ কামটো শেষ নকৰে।

(২) আজিৰ দিনত জোহৰ আৰু আচৰৰ নামাজৰ মাজত ৪



ৰাকাত নফল পঢ়াৰ কথা কিতাবত লিখা আছে। এই নামাজত প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত, পাৰিলে ৫০ বাৰকৈ কুলহুৱল্লাহ পঢ়িব লাগে।

(৩) এই মাহৰ প্ৰত্যেক শুকুৰবাৰৰ ৰাতি ৬ ৰাকাত নামাজ আদায় কৰিবলৈ বিশেষ তাগিদ দিয়া আছে। প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত, কুলহুৱাল্লাহ ১৫ বাৰকৈ পঢ়িব লাগে। নামাজ শেষ হোৱাৰ পাছত ১০ বাৰ 'লা ইলাহা ইলল্লাহুল মলিকুল হক্কুল মুবিন" পঢ়িব, আৰু তাৰ পাছত ১০ বাৰ দৰুদ শৰীফ পঢ়িব লাগে।

## ঈদুজ্জোহা

আৰফাৰ পাছ দিনাই অৰ্থাৎ এই মাহৰ ১০ তাৰিখে মুচলমান সকলৰ দ্বিতীয় প্ৰধান উৎসৱ। চলিত কথাত এই উৎসৱক বকৰিদ বুলি কোৱা হলেও, কোৰবাণীৰ ঈদ আৰু ঈদুজ্জোহা বুলিও কোৱা হয়।

হাজি সকলে যে নিজৰ দেশ, ঘৰবাৰী আৰু আত্মীয়স্বজন, সকলোৰে মোহ পৰিত্যাগ কৰি আহি নানান আসোঁৱাহ অসুবিধা আৰু আপদ-বিপদ অতিক্ৰম কৰিও, ইমান দিনৰ মূৰত আৰফাৰ দিনা প্ৰকৃত হজ কৰি ফৰজ আদাই কৰাটো কপালত ঘটিল, সেই কাৰণে এতিয়া আকৌ ঘৰমুৱা হোৱাৰ আগতে পৰম কৰুণাময় আল্লাতালাৰ শুকুৰিয়ানা আদায় কৰিবলৈ আজিৰ ঈদ উৎসৱৰ নিতান্ত আৱশ্যক হৈ পৰিছে।

যি সকলে হজ আদায় কৰিবলৈ সুদূৰ মক্কা ভূমিলৈ যাবলৈ নোৱাৰি তিনি মাহ আগৰ পৰাই অতিশয় ধৈৰ্যৰে নিজ নিজ দিলৰ কাবাগৃহতে আল্লাৰ প্ৰেমত বিভোৰ হৈ কাল কটালে, তেওঁলোকেও আজি এই উৎসৱত যোগ দি আল্লাতালাৰ শুকুৰিয়ানা আদায়ৰ সুযোগ প্ৰাপ্ত হৈ ধন্য হ'ল।

## ঈদুজ্জোহাৰ দিনৰ সুন্নত কামসমূহ

আজিৰ ঈদৰ সুন্নত কামসমূহ ঈদুলফেটৰৰ সুন্নত কামসমূহৰ দৰে একেই। এই বিষয়ে ঈদুলফেটৰৰ অধ্যায়ত উল্লেখ কৰা হৈছে।

প্ৰভেদ মাত্ৰ এয়ে যে বকৰিদৰ নামাজ আদায় কৰাৰ আগেয়ে লঘোনে থকাতো মোস্তাহাব, কিন্তু লঘোনে নথকাতোও মকৰুহ নহয়।

এই ঈদত নামাজ পঢ়িবলৈ যাওঁতে বাটত অলপ চিঞৰি তকবীৰ পঢ়ি যাব লাগে। নামাজৰ শেষত ঘৰলৈ উভটি আহোঁতে কিন্তু পঢ়িব নেলাগে।

# ঈদুজ্জোহাৰ তাৎপৰ্য *

ইচলাম ধৰ্মত প্ৰধান ঈদ বা পৰব দুটা। এটা হ'ল ঈদুল-ফেটৰ আৰু আনটোৰ নাম হ'ল ঈদুজ্জোহা বা কোৰবাণীৰ ঈদ। আজি এই ঈদুজ্জোহা বা কোৰবাণী দিয়া ঈদৰ তাৎপৰ্যৰ বিষয়েহে চমুকৈ আলোচনা কৰা হৈছে।

মুছলমানি মতে চান্দ্ৰ মাহৰ আটাইতকৈ শেহৰ মাহটোৰ নাম জিলহেজ মাহ। এই মাহৰ প্ৰথম দহ দিন বিশেষ বিশেষ কাৰণত মুছলমানসকলৰ কাৰণে বৰ পবিত্ৰ দিন বুলি গণ্য হৈ আহিছে। এই জিলহেজ মাহৰ ৯ তাৰিখে মক্কাত গোটেই পৃথিবীৰ মানুহে গোট খাই হজব্ৰত পালন কৰে। তাৰ পাছ দিনাই অৰ্থাৎ দহ তাৰিখৰ দিনা পৃথিবীৰ সকলো মুছলমান মানুহে নিজ নিজ ঠাইত ঈদুজ্জোহা উৎসৱ পালন কৰে। এই পৰব কোৰবাণীৰ পৰব।

কোৰবাণী নো কিয় দিয়ে, কাৰ উদ্দেশ্যে দিয়া হয় আৰু কিহৰে দিয়া হয়?

বাৰু, মানুহ কোৰবাণী দিয়াই হওক বা জন্তু কোৰবাণী দিয়াই হওক, ইপ্সিত জনৰ উদ্দেশ্যে বলি দিয়া এই প্ৰথা জগতত অতীজৰে পৰা চলি আহিছে।

আৰব দেশসমূহতো হজৰত মহম্মদে (দঃ) ইচলাম ধৰ্ম প্ৰচাৰ কৰাৰ কেইবা হাজাৰ বছৰৰ আগৰে পৰাই বিশেষ বিশেষ কাৰ্যত জন্তু আদিৰ বাহিৰেও নৰবলি দিয়াৰ প্ৰথা প্ৰচলিত আছিল। কোনোবাই দেৱতাৰ আগত মানস কৰে যে যদি মোৰ অমুক কামটোত সিদ্ধি লাভ হয়, তেন্তে মোৰ অমুক সন্তানটো দেৱতাৰ উদ্দেশ্য বলি দিম। এই দৰে কেতিয়াবা আকৌ নকৈ ঘৰ-বাৰি, নাদ আদি তৈয়াৰ কৰিবৰ আগতে দেৱতাক তুষ্ট কৰিবলৈ নৰবলি দিহে কাম আৰম্ভ কৰিছিল।

এই নৰবলি দিয়া প্ৰথা সেই সময়ত আৰব দেশসমূহত প্ৰকাশ্যভাৱেই চলিছিল। হজৰত মহম্মদৰ (দঃ) প্ৰায় ৩০০০ মান বছৰৰ পূৰ্বে সেই দেশত ইব্ৰাহিম নামেৰে এজন অতি সাধু পুৰুষৰ জন্ম হয়। কালত গৈ এওঁ এজন বিখ্যাত পয়গম্বৰ ৰূপে জনাজাত হৈছিল। এখেতেই পোনতে মানুহক এক আল্লাৰ সন্ধান দিবলৈ

* গ্ৰন্থকাৰৰ অল ইণ্ডিয়া ৰেডিঅ' চিলং গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰ কৰা বক্তৃতা। অল ইণ্ডিয়া ৰেডিঅ'ৰ সৌজন্যত প্ৰকাশিত। —লিখক



আৰম্ভ কৰে। তেওঁৰ নিজৰ জীৱনকালৰ ভিতৰতেই এনেকুৱা বহু অলৌকিক ঘটনা সংঘটিত হৈছিল যে সেই বিলাক দেখি মানুহে তেওঁৰ কথাত বিশ্বাস নকৰি উপাই নাছিল।

এবাৰ নিশা এইজনা পয়গম্বৰেই নিজৰ একমাত্ৰ পুতেক ইচমাইলক আল্লাই কোৰবাণী বিচৰাৰ সপোন অনুসৰি তেওঁ পাছৰ দিনা পুৱাতে কিছুমান উট কোৰবাণী দি আল্লাৰ অভিলাষ পূৰণ কৰিবলৈ চেষ্টা কৰে। কিন্তু একো ফল নহল। বাৰে বাৰে তেওঁ নিজৰ প্ৰিয় পুত্ৰ ইচমাইলকহে বলি দিয়াৰ কথা সপোনত দেখা পাই থাকে।

তেতিয়াহে তেওঁৰ মনত খেলালে যে সঁচাকৈয়েই আল্লাই তেওঁৰ নিজৰ চকুৰ পুতলি, পুতেক ইচমাইলকহে বিচাৰিছে। এই ভাবি হজৰত ইব্ৰাহিমে (আঃ) জিলহেজ মাহৰ দহ তাৰিখৰ দিনা পুতেক ইচমাইলক আল্লাৰ উদ্দেশ্যে কোৰবাণী কৰি দিবলৈ স্থিৰ কৰিলে। কিয়নো সঁচাকৈয়ে নিজৰ সন্তান-সন্ততি, অইনকি নিজৰ জীৱনতকৈয়ো আল্লা যে আমাৰ অতি মৰমৰ। ভক্তৰ কাৰণে আল্লা মৰমৰে সৈতে এই দুদিনীয়া সংসাৰৰ কোনো বস্তুৰে তুলনা নহয়।

গতিকে হজৰত ইব্ৰাহিমে (আঃ) অকণো দ্বিধাবোধ নকৰি নিজৰ প্ৰিয়তম পুত্ৰ ইচমাইলক নিৰ্দ্ধাৰিত ঠাইলৈ কোৰবাণী দিবলৈ লৈ যায়। আনপিনে পুত্ৰ ইচমাইলেও এই কথাৰ গম পাই, পিতাকক দুখ কৰিবলৈ হাক দি অতি আনন্দৰে নিজৰ ডিঙি পাতি দিলে।

বাপেক ইব্ৰাহিমেও আল্লাৰ প্ৰেমত বিভোৰ হৈ অপত্য-স্নেহৰ পিনে কেৰেপকে নকৰি পুতেক ইচমাইলৰ ডিঙিত দাৰ ঘাপ বহুৱাই দিলে।

লগে লগে স্বৰ্গ-মৰ্ত্য কঁপি উঠা যেন বোধ হ'ল। আৰু সকলো পিনৰপৰা হায় হায়, ধ্বনিৰ ৰোল উঠিল।

আল্লাৰ মহিমা! চকুৰ পচাৰতে ই কি ঘটিল? ক'ত ইচমাইলৰ পবিত্ৰ তেজেৰে জগত ৰাঙলী হ'ব, দেখোন তেওঁৰ পৰিবৰ্তে ভেড়া-ছাগলী এটাহে কোৰবাণী হৈ পৰি আছে।

এইদৰে নাটকীয়ভাৱে পট পৰিবৰ্তন হোৱাৰ কাৰণে বাপেক-পুতেক দুয়ো কান্দিবলৈ ধৰিলে, কিয়নো আল্লাই যে তেওঁলোকৰ কোৰবাণী গ্ৰহণ নকৰিলে। ইয়াতকৈয়ো আৰু কিবা দুখৰ কথা হ'ব পাৰেনে?

এনেতে আকাশবাণী হ'ল ঃ

"ইব্ৰাহিম, তুমি শোক নকৰিবা। আল্লাই তেজো গ্ৰহণ নকৰে, মাংসও গ্ৰহণ নকৰে। তোমাক মই পৰীক্ষাহে কৰিলো। এই পৰী-

ক্ষাত তুমি কৃতকাৰ্য হ'লা। সেই কাৰণে তোমাৰ সন্তান-সন্ততিৰ সংখ্যা আকাশৰ তৰাৰ দৰে আৰু সমুদ্ৰতটৰ বালিকণাৰ নিচিনাকৈ বৃদ্ধি হবলৈ মই বৰ দিলোঁ।" এয়ে আল্লাৰ বাণী।

সি যি নহওক, হজৰত ইব্ৰাহিমৰ কোৰবাণীৰ বিষয়ে চাৰিও-ফালে জনাজাত হৈ পৰিল আৰু এই অলৌকিক ঘটনাৰ দ্বাৰা মানুহে ভালকৈয়ে বুজি পালে যে মানুহে মানুহ বলি দিয়াটো আল্লাৰ অভিপ্ৰেত নহয়।

সেই সময়ত আৰব দেশসমূহত চাৰিওফালে যিটো মানুহ-বলি দিয়াৰ দুৰ্নীতি চলি আহিছিল, সেই দুৰ্নীতি ৰহিত হৈ গ'ল। লাহে লাহে এই প্ৰথা এটা পাপকাৰ্যৰ ভিতৰতহে গণ্য হ'বলৈ ধৰিলে। অৱশেষত গৈ এই নৰবলি দিয়াৰ প্ৰথা একেবাৰে লোপ পোৱাৰ নিচিনা হ'ল।

কিন্তু হজৰত ইব্ৰাহিমে (আঃ) কেৱল নৰবলি দিয়াৰ উচ্ছেদ-সাধনৰ কাৰণেই কি এই কঠোৰ সপোন দেখিছিল? নহয়, এই সপোনৰ আৰু এটা বিশেষ ব্যাখ্যা আছে।

আল্লাৰ উদ্দেশ্যে কোৰবাণী দিয়াৰ মানে আল্লাৰ কাৰণে কোনো এটা মনুষ্য জীৱনক ধৰ্ম-কৰ্মৰ কামত একেবাৰে চিৰকাললৈ উৎসৰ্গ বা কোৰবাণী কৰি দিয়াটোও বুজায়। সেই কাৰণে পুতেক ইচ-মাইলক এইবাৰ হজৰত ইব্ৰাহিমে (আঃ) আল্লাৰ ধৰ্ম প্ৰচাৰ কৰিবলৈ সম্পূৰ্ণৰূপে উৎসৰ্গ কৰি দি সপোনৰ মৰ্যাদা ৰক্ষা কৰিলে।

আল্লাৰ আদেশ অনুসৰি হজৰত ইব্ৰাহিমে (আঃ) পুতেক ইচমাইলক মৰুভূমিৰ মাজত থকা সৰু গাঁও এখনলৈ গৈ আল্লাৰ আৰা-ধনা কৰিবলৈ আৰু আল্লাৰ ধৰ্ম প্ৰচাৰ কৰিবলৈ পঠিয়ালে। তাতে ইচমাইলে গৈ খেজুৰ-পাতেৰে সৰু পঁজা এটা সাজি আল্লাৰ মন্দিৰ প্ৰতিষ্ঠা কৰিলে। এই মন্দিৰতে বহি ধ্যান-ধৰ্মৰ কাৰ্যত নিজকে উৎসৰ্গ কৰি দিলে। আল্লাৰ ইচ্ছাত সেই একেশ্বৰবাদিতাৰ পীঠস্থান বক্কা গাঁৱৰ পঁজাডুখৰিয়েই কালত গৈ যে মক্কা নগৰীৰ কাবা গৃহ নাম ল'ব এই কথা কোনেনো জানিছিল?

কালত এই ইচমাইলো এজন পয়গম্বৰ হয়। আল্লাৰ ভবিষ্যত-বাণী অনুসৰি এই বংশটোৰ সন্তান-সন্ততি ইমান বাঢ়িবলৈ ধৰিলে যে পাছত গৈ গোটেই আৰবদেশ জুৰি এওঁলোকৰ পো-পোৱালীৰে পৰিপূৰ্ণ হৈ গ'ল।

যুগে যুগে এই বংশৰ মানুহৰ ভিতৰৰ পৰাই ইউচুফ, দাউদ, মুছা, ইছা (আঃ) আদি প্ৰধান প্ৰধান পয়গম্বৰসকলৰ উদ্ভৱ হয়।



সৰ্বশেষত এই বংশৰ পৰাই আমাৰ শেষ আৰু শ্ৰেষ্ঠ পয়গম্বৰ হজৰত মহম্মদৰো (দঃ) আবিৰ্ভাব হয়।

আন আন প্ৰধান পয়গম্বৰসকলৰ দৰে হজৰত মহম্মদৰ (দঃ) ধৰ্মৰ আলমো অতীজৰ ইব্ৰাহিমী ধৰ্মই। আল্লাই শেষত গৈ হজৰত মহম্মদক (দঃ) পয়গম্বৰ ৰূপে আবিৰ্ভাব কৰাই আগৰ নবিসকলৰ প্ৰায় লুপ্ত হৈ যোৱা ধৰ্মমত নকৈ প্ৰচাৰ কৰিবলৈ শক্তি দিয়ে। অশেষ আৰু অক্লান্ত পৰিশ্ৰমৰ পাছত হজৰত মহম্মদে (দঃ) মক্কা তথা গোটেই জগততে ধৰ্মৰ সংস্কাৰ কৰি আকৌ ইব্ৰাহিমী ধৰ্মৰ ভেঁটি নকৈ জীয়াই তুলিলে।

এই সুসংস্কৃত ধৰ্মৰ নাম হ'ল---ইচলাম ধৰ্ম। ইচলাম বা মুচলিম ধৰ্মতো হজৰত ইব্ৰাহিমৰ (আঃ) পুতেক ইচমাইলক কোৰবাণী দিয়াৰ আধ্যাত্মিক তাৎপৰ্যৰ বিষয়ো এই ধৰ্মৰ পৰা বাদ নপৰিল। কিয়নো শান্তিৰে নিজকে নিজে সম্পূৰ্ণৰূপে আল্লাক সঁপি দিয়াটোৱেই বা আল্লাৰ উদ্দেশ্যে নিজকে লয় কৰি দিয়াটোৱেই ইচলামৰ প্ৰকৃত স্বৰূপ।

কিন্তু আজিৰ ঈদুজ্জোহাৰ দিনা প্ৰাণী এটা বধ কৰি কোৰবাণী দিয়াৰ উদ্দেশ্যটো নো কি? ই কেৱল অতীজৰ ইব্ৰাহিমী কোৰবাণীৰ সোঁৱৰণিহে মাত্ৰ নে আৰু কিবা তাৎপৰ্য আছে?

আজিৰ দিনৰ কোৰবাণী যে ইব্ৰাহিমী কোৰবাণীৰ সোঁৱৰণি তাত অকণো ভুল নাই। কিন্তু ইয়াৰ লগে লগে এটা আধ্যাত্মিক তাৎ-পৰ্য্যও বৰ্তমান।

এই বিষয়ে কোৰাণশ্বৰীফত আল্লাই নিজেই আমাক জনাইছে যে আল্লাই মাংস কিম্বা তেজ গ্ৰহণ নকৰে, কৰে কেৱল ভক্তৰ অন্তৰৰ পৰীক্ষাহে। কোৰবাণী কৰা জন্তুটোৱে যেনেকৈ ঘাতকৰ ছুৰিৰ তলত ডিঙি পাতি দি নিশ্চল হৈ পৰি থাকে আৰু নিজৰ জীৱন উৎসৰ্গ কৰে, ঠিক সেই ৰূপে আমিও আল্লাৰ কাৰণে সকলো পাৰ্থিৱ সুখ-সম্ভোগ পাহৰি দৰকাৰ হলে নিজৰ জীৱন পৰ্যন্ত দিবলৈয়ো কুণ্ঠিত নহওঁ।

হজৰত ইব্ৰাহিমে (আঃ) তেওঁৰ অতি মৰমৰ সন্তান ইচমাইলক আল্লাৰ কাৰণে কোৰবাণী দিয়াৰ উদাহৰণে সদৌ মুছলমান জাতিক আজিলৈকে আধ্যাত্মিক প্ৰেৰণা দি আহিছে। গতিকে হজৰত ইচ-মাইলক (আঃ) কোৰবাণী দিয়াৰ দিনাই অৰ্থাৎ প্ৰত্যেক জিলহজ মাহৰ দহ তাৰিখে মুছলমান জাতিৰ কোৰবাণী দিয়াৰ প্ৰথা চলি আহিছে। ঈদুজ্জোহা মানেই হ'ল কোৰবাণী উৎসৱ।

এই দিনাই বছৰে বছৰে মুছলিম জগতে বিধি মতে জন্তু কোৰ-

বাণী দি আল্লাৰ ওঁৰিত নকৈ অঙ্গীকাৰ কৰে যে,

"হে আল্লাতালা চোৱা। এই জীৱটোৱে যেনেকৈ তৰোৱালৰ তলত পৰি নিজকে সম্পূৰ্ণৰূপে গটাই দিছে, আমিও আজি আমাৰ এই প্ৰিয় জীৱনটো ইয়াৰ নিচিনাকৈয়ে পূৰ্ণাহুতি দিবলৈ সততে প্ৰস্তুত আছোহঁক। হে প্ৰভু! অধমহঁতৰ এই অঙ্গীকাৰ গ্ৰহণ কৰা।"

এয়ে হ'ল ভক্তৰ অন্তৰৰ অন্তৰতম প্ৰদেশৰ পৰা অহা নিঃস্বাৰ্থ অঙ্গীকাৰৰ আকুল নিবেদন। এই অঙ্গীকাৰ আৰু এই প্ৰাৰ্থনাই মুছলিমসকলৰ মনত আল্লাৰ ভাব সদায় জাগৰিত কৰি ৰাখে আৰু আধ্যাত্মিক শক্তিৰ যোগান দিয়ে।

এই কাৰণেই বছৰে বছৰে নিৰ্দ্ধাৰিত দিনত বা ঈদুজ্জোহা উৎসৱৰ দিনা এই কোৰবাণী দিয়া প্ৰথাটো আনুষ্ঠানিকভাবে জগতৰ সকলো মুচলমানে অতি হেপাহেৰে পালন কৰে।

## তাহাজ্জুদ নামাজৰ কথা

তাহাজ্জুদ নামাজৰ বিষয়ে কোৰআণশ্বৰীফত আৰু আটাইকেইখন হদিচতে বিশেষকৈ তাকিদ দিয়া হৈছে। এই নামাজৰ বৰক্কতৰ বিষয়ে লিখা আছে যে,

(১) তাহাজ্জুদ নামাজ পঢ়োঁতা মানুহৰ মুখত এটা পৱিত্ৰ জেউতিৰ ভাব আহি দেখা দিয়ে।
(২) এই মানুহজনৰ কবৰটো কেতিয়াও এন্ধাৰত নাথাকে।
(৩) এওঁ দিন-দুনিয়াৰ সকলো বিধৰ আপদ-বিপদৰ পৰা মুক্ত থাকে।
(৪) দিলৰ পৰা অজ্ঞানতাৰ এন্ধাৰ আঁতৰি যায়।
(৫) এই নামাজ নিয়মমতে পঢ়িব পাৰিলে মানুহ শেষত গৈ অলি-আল্লাও হ'ব পাৰে।

এই নামাজ সুন্নতে মওয়াক্কেদা। সেই কাৰণে মতা-তিৰোতা সকলোৰেই তাহাজ্জুদ নামাজ পঢ়া কৰ্তব্য।

হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলেইহে ও ৱালিহি অচল্লমে সদায় ৰাতি এই নামাজ পঢ়িছিল। তফছিৰে হক্কাণিত উল্লেখ আছে যে এই নামাজ পঢ়োতে যাতে কফন পিন্ধি কবৰৰ এন্ধাৰত পৰি থকাৰ ভাব মনত উদয় হয়, সেই কাৰণে হজৰতে (দঃ) ১৪ গজ দীঘল থান-কাপোৰ এখন গাত মেকুৱাই লৈছিল। এনে অৱস্থাতহে সদায় তেখেতে এই নামাজ আদায় কৰিছিল।



এই নামাজৰ সময় মুঠতে আধাৰাতিৰ পিছৰ পৰা ফজৰৰ সময় নোহোৱালৈকে থাকে।

শেষৰাতি জগতৰ কোলাহলবিহীন সময়ৰ সুযোগতে মন স্থিৰ কৰি লৈ, এই নামাজ দুই দুই ৰাকাত কৈ ৪ ৰাকাতৰ পৰা ১২ ৰাকাতলৈ পঢ়িব পৰা যায়।

সময়ৰ অভাৱত বা আন কোনো কাৰণত কোনোবাই যদি ১২ ৰাকাততকৈ কম পঢ়িব লগাত পৰে, তেন্তে প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত তিনিবাৰকৈ কুলহুৱল্লাহ পঢ়িব।

যদি কোনোবাই পুৰা ১২ ৰাকাত পঢ়িবলৈ ইচ্ছা কৰে, তেন্তে প্ৰথম ৰাকাতত চুৰা ফাতিহাৰ পাছত ১২ বাৰ, দ্বিতীয় ৰাকাতত ১১ বাৰ, এই নিয়মে প্ৰত্যেক ৰাকাততে এবাৰ এবাৰকৈ কম কৰি গৈ শেষ ৰাকাতত গৈ মাত্ৰ এবাৰ কুলহুৱল্লাহ পঢ়ি নামাজ শেষ কৰিব।

পাছত দোৱা-দৰুদ পঢ়ি, নিজৰ ভাষাতে যিদৰে মন যায় সেইদৰেই মকছুদ পুৰা হবৰ কাৰণে, খালিচ দিলেৰে, চকুৰ পানী টুকি আল্লাতালাৰ দৰ্গাহত মুনাজাত কৰিব।

তাহাজ্জুদ নমাজৰ গুণৰ কথা কৈ ওৰ পেলাব নোৱাৰি। ভাগ্যবানসকলেহে এই নামাজৰ অৰ্থ বেছকৈ বুজি পায়।

হদিছ শ্বৰীফমতে 'কবৰৰ এন্ধাৰ ৰৌশ্বন কৰা' তাহাজ্জুদ নামাজৰ এটা অতি সাধাৰণ গুণ। আল্লাই যেন আমাক সকলোকে এই অতি আৱশ্যকীয় নামাজ নিয়মমতে আদায় কৰিবলৈ তৌফিক দিয়ে।

## এশৰাকৰ নামাজ

এই নামাজৰ সময় বেলি ওলোৱাৰ পাছৰ পৰাই আৰম্ভ হয়। এই নামাজৰ সময় বেছি পৰ নাথাকে। বেলি ওলোৱাৰপৰা প্ৰায় আধাঘন্টা কালৰ ভিতৰতেই এই নামাজ পঢ়াৰ নিয়ম।

এই নামাজৰ নিয়ম এয়ে যে ফজৰ নামাজৰ পাছত জায়-নামাজৰ পৰা নুঠি, সেই ঠাইতেই দোৱা-দৰুদ আৰু অজিফা আদি পঢ়ি থাকিব লাগে। যেতিয়া এশৰাকৰ সময় হ'ব, সেই জায়-নামাজতে দুই বা চাৰি ৰাকাত নফিল পঢ়াকে এশৰাকৰ নামাজ বুলি কোৱা হয়। এই নামাজৰ ফজিলতো হদিছ শ্বৰীফত বৰ্ণোৱা আছে।

## চাশতৰ নামাজ

বেলি উদয় হৈ যেতিয়া ওপৰলৈ উঠি আহি ধূলি বালি আদি তপত কৰি দিয়ে (তাৰ মানে আমাৰ ইয়াত গৰমকালিৰ চাৰে আঠ মান বজাৰ পৰা ১০ মান বজালৈকে) এই নামাজৰ উপযুক্ত সময়। এই সময়ৰ ভিতৰত দুই ৰাকাত বা চাৰি ৰাকাত চাশতৰ নিয়ত কৰি নফল পঢ়িলে, চাশতৰ নামাজ আদায় হয়।

## আওৱাবিন নামাজ

মগৰিব আৰু ইছা নামাজৰ মাজ কালডোখৰতে এই নমাজ পঢ়াৰ সময়। এই নমাজতো নিজৰ ইচ্ছা অনুসৰি চুৰা মিলাই, দুই দুই ৰাকাতকৈ ৬ ৰাকাতৰ পৰা ২০ ৰাকাতলৈ নফল পঢ়াৰ নিয়ম। ...য়াকে কৰিলে আওৱাবিনৰ নামাজ আদায় হয়। এই নমাজৰো ফজিলত কম নহয়।

## কচুফ বা সূৰ্য-গ্ৰহণৰ নামাজ

এবাৰ সূৰ্যগ্ৰহণ লাগি থকাৰ সময়ত হজৰত ৰচুলুল্লাহ চল্লল-লাহু আলেইহে ওৱালিহি অচল্লমৰ সৰু চাহেবজাদা ইব্ৰাহিমৰ (আঃ) ইন্তেকাল হ'ল। মানুহে সন্দেহ কৰিলে যে সেইদিনা সূৰ্যগ্ৰহণ হোৱাৰ কাৰণেহে তেনেকুৱা ঘটিল। হজৰতে এই কথা জানিব পাৰি মানুহ সকলক, বুজাই দিলে যে বেলি আৰু জোনৰ গ্ৰহণৰ লগত মানুহৰ জন্ম-মৃত্যুৰ কোনো ৰকমৰ সম্বন্ধ নাই। বৰং এই দুটাবস্তু আল্লা-তালাৰ কুদৰতৰহে চিন মাত্ৰ। এইবিলাক চিন দেখা পালে আল্লাৰ শক্তিৰ কথা মনত আনিব লাগে। আল্লাৰ ইচ্ছা হলে মানুহ এজন নালাগে, গোটেই জগতখনকে চকুৰ পলকতে অস্তিত্বহীন কৰি দিব পাৰে। সেই কাৰণে এনেকুৱা সময়ত নিজৰ নিজৰ মৃত্যুৰ কথা মনত পেলাই আল্লাৰ আৰাধনা কৰি নিজৰ গুণাহ্ মাফ খুজি পৰিত্ৰাণ বা আখেৰতত মুক্তি লাভ কৰিবলৈ দোৱা খুজিব লাগে।

হজৰতে মানুহৰ অন্ধ-বিশ্বাস এইদৰে মনৰপৰা আঁতৰাই দি সূৰ্যগ্ৰহণ বা চন্দ্ৰগ্ৰহণ লগাৰ সময়ত আমিনো কি কৰিব লাগে, নিজে শিকাই দিয়ে।



## কচুফ বা সূৰ্য-গ্ৰহণৰ নামাজৰ নিয়ম

সূৰ্যগ্ৰহণৰ নামাজ জুম্মা বা ঈদৰ নামাজৰ দৰে জামাত বান্ধিহে পঢ়িব লাগে। কেৱলমাত্ৰ এই নামাজত 'আজান' বা 'তকবিৰ' নাই। ইমামে দীঘল দীঘল চুৰাৰে মাত্ৰ দুই ৰাকাত নামাজ পঢ়াব। 'কেৰাত' কিন্তু মনেমনেই পঢ়িব লাগে। নামাজৰ শেহত যেতিয়ালৈকে সূৰ্যগ্ৰহণ মুক্ত নহয় তেতিয়ালৈকে সকলোৱে দোৱা এস্তগফাৰ পঢ়ি থাকিব লাগে। কিন্তু মুনাজাত কৰিবৰ সময়ত ইমাম চাহাবে মিম্বৰৰ ওপৰত উঠি দোৱা খোজাটোৱেই ভাল।

যদি কোনো বিশেষ কাৰণে মানুহে মছিদত গৈ জামাতৰে এই নামাজ পঢ়িব নোৱাৰে, তেনেহলে অকলে ঘৰতে বহি, উক্ত নিয়মে এই নমাজ আদায় কৰিলেও জায়েজ হ'ব।

## খুচুফ বা চন্দ্ৰগ্ৰহণৰ নামাজ

চন্দ্ৰগ্ৰহণৰ নামাজো ঠিক সূৰ্যগ্ৰহণৰ দৰেই, ফৰক মাত্ৰ এয়েই যে চন্দ্ৰগ্ৰহণৰ নামাজ মছিদত গৈ জামাতৰে পঢ়া নেযায়। এই নামাজ অকলে অকলে ঘৰতে আদায় কৰিব লাগে।

## চালাতুত তচবিহৰ কথা

এই নামাজৰ ফজিলত অশেষ। এই নামাজৰ কোনো সময় নাই। মকৰুহ সময় বাদ দি যেই-সেই সময়তে পঢ়িব পাৰি।

হজৰত ৰচুলে আকৰম চল্ লল্লাহ আলেইহে ওৱালিহি অচল্লমে এদিন তেখেতৰ দদায়েক হজৰত আব্বাচক (ৰেঃ) কৈছিল,

"দদাইটি! আপোনাক মই আজি এনেকুৱা এটা নামাজ শিকাই দিম, যি নামাজ আদায় কৰিলে মানুহৰ সকলোবোৰ গুণাহ, সৰুৱেই হ'ক বা ডাঙৰেই হ'ক, জানিয়ে কৰক বা ভুলতে কৰক, দেখু-ৱাই কৰক বা লুকুৱাই কৰক আটাইবোৰকে আল্লাতালাই এই খাচ চালাতুত তচবিহ নামাজৰ বৰক্কতত মাফ কৰি দিয়ে।"

হজৰত আব্বাচে (ৰেঃ) বৰ আগ্ৰহেৰে এই নামাজ শিকি ল'লে। পাছত তেওঁৰ পৰাই হজৰতৰ উন্নতসকলে এই নামাজৰ বিষয়ে শিক্ষা লাভ কৰে।

• আমিও হজৰতৰ উম্মত হৈ কিমান গৰ্ব অনুভৱ কৰোঁ। কিন্তু তথাপিও আমি যে কিমান ৰকমৰ গুণাহৰ কামত লিপ্ত থাকোঁ,

আমি নিজেই সেইবিলাকৰ গম ধৰিব নোৱাৰোঁ। গতিকে আমাৰ পঞ্জেগানা নামাজৰ বাহিৰেও এই চালাতুত তচবিহ আমি সকলোৱে নিজৰ ওপৰত নিজে ফৰজ কৰি লোৱাৰ দৰে ল'ব লাগে। আমাৰ গুনাহৰ কাৰণে এইটো এটা ৰৰ ডাঙৰ প্ৰতিকাৰ। এই প্ৰতিকাৰৰ জৰিয়তেই আমি সিপুৰীত নাজাত বা পৰিত্ৰাণ পাবলৈ হকদাৰ হৈছোঁ বুলি ভাবিব পাৰোঁ। এই নামাজ নিতৌ নোৱাৰিলেও অন্ততঃ সপ্তাহত এবাৰকৈ আমি আদায় কৰিবলৈ চেষ্টা কৰিব লাগে। দিনৰ হিছাপ দিনে পৰিষ্কাৰ কৰি ৰখা ভাল, সময়ৰ অভাৱত যদি এইটো সম্ভৱপৰ নহয়, তেনেহলে সপ্তাহে সপ্তাহে পৰিষ্কাৰ কৰি ৰাখিলেও কাম চলিব পাৰে। যদি মানুহে এই নামাজ সপ্তাহতো এবাৰ পঢ়িবলৈ আজৰি নাপায়, তেন্তে মাহত এবাৰকৈ বা বছৰত এবাৰকৈ বা গোটেই জীৱনতে অন্ততঃ এবাৰ হলেও পঢ়িব। হদিচ শ্বৰীফত এইদৰে তাকিদ দিয়া আছে। গতিকে দেখা যায় যে এই নামাজ পঢ়িবলৈ অৱহেলা কৰিলে পাছত অনুতাপ কৰিবৰ যথেষ্ট কাৰণ আছে। এই কাৰণেই মানুহৰ আজৰিৰ অভাৱত অসুবিধা নহ'বলৈ যি দিনৰ যি সময়তেই পাৰে পঢ়ি ল'ব লাগে।

অভ্যাস নেথাকিলে এই নামাজ পঢ়িবলৈ গৈ অলপ ভুল হ'ব পাৰে। এই নামাজ তিনি-চাৰি বাৰমান পঢ়াৰ পাছতেই সহজ হৈ আহিব। এই নামাজ অন্ততঃ সপ্তাহত এবাৰ পঢ়িলেই নিজৰ দিলতে ইয়াৰ উপকাৰিতাৰ কথা নিজেই অনুভৱ কৰিব।

## চালাতুত তচবিহৰ নিয়ম

দিল আল্লাৰ পিনে ৰুজু কৰি লৈ, মনৰ ভিতৰতে চালাতুত তচবিহৰ নিয়ত কৰি ল'ব। এক চালামতে ৪ ৰাকাত নামাজ, প্ৰত্যেক ৰাকাততে আলহামদুৰ পাছত নিজ ইচ্ছামতে চুৰা মিলাই পঢ়িব। আৰু যদি কোনোৱে আন আন চুৰা নাজানে, তেন্তে অকল কুলহুৱল্লা এবাৰকৈ পঢ়িলেও হ'ব। কিন্তু নিয়ম এই যে প্ৰথম ৰাকাতৰ চুৰা পঢ়া শেষ হলেই, লগে লগে এই তচবিহ ১৫ বাৰকৈ পঢ়িব।

"চোবহানল্লাহ আলহামদুলিল্লাহ অলা ইলাহা ইল্লাল্লাহু আল্লাহ আকবৰ।"

তাৰ পাছত আন নামাজৰ নিচিনাকৈ ৰুকুত যাব। ৰুকুৰ তচবিহ চোবহানা ৰব্বিয়ল আজিম কমপক্ষেও তিনিবাৰ পঢ়ি অঁটাই, লগে লগে উক্ত তচবিহ ১০ বাৰকৈ ৰুকুত থকা অৱস্থাতে পঢ়িব।

পাছত ৰুকুৰ পৰা মুৰ দাঙি (কৌমাত) চমিআল্লাহু লেমন



হামিদা, ৰব্বনা লকল হম্দ কোৱাহ'লেই লগে লগে উক্ত তচবিহ আকৌ ১০ বাৰ পঢ়িব।

আন নামাজৰ নিচিনাকৈ এতিয়া চিজদাত যাব। চিজদাৰ তচবিহ চোবহান ৰব্বিয়ল আলা পঢ়াৰ পাছত লগে লগে চিজদাত থকা অৱস্থাতেই আকৌ উক্ত তচবিহ ১০ বাৰকৈ পঢ়িব।

তাৰ পাছত 'জলচাত' অৰ্থাৎ দুটা চিজদাৰ মাজতে অলপ পৰ বহাৰ সময়ত আকৌ উক্ত তচবিহ ১০ বাৰকৈ পঢ়িব। পঢ়া হলেই দ্বিতীয় চিজদাত যাব আৰু চিজদাৰ তচবিহ পঢ়া হলেই লগে লগে চিজদাত থকাৰ অৱস্থাতেই আকৌ উক্ত তচবিহ ১০ বাৰকৈ পঢ়িব।

এই প্ৰথম ৰাকাতৰ দুয়ো চিজদাৰ পাছত, দ্বিতীয় ৰাকাতলৈ থিয় হোৱাৰ আগতে, ক্ষন্তেক বহি আকৌ উক্ত তচবিহ ১০ বাৰ পঢ়িহে, আকৌ থিয় হৈ দ্বিতীয় ৰাকাত আৰম্ভ কৰিব।

তাৰ পাছত দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ ৰাকাততো প্ৰথম ৰাকাতৰ নিচিনাকৈয়ে তচবিহ পঢ়ি নামাজ শেষ কৰিব।

দেখা যায় যে প্ৰত্যেক ৰাকাততে এই তচবিহ ৭৫ বাৰকৈ পঢ়া হয়। এই হিছাপে ৪ ৰাকাত নামাজত এই তচবিহ ৩০০ বাৰকৈ পঢ়া হ'ব।

নামাজৰ ভিতৰতে ৩০০ বাৰ তচবিহ পঢ়াটোৱেই এই নামাজৰ বিশেষত্ব। নামাজ আৰু তচবিহ একেলগেই আদায় হোৱাৰ কাৰণেই, এই নামাজক চালাতুত তচবিহ বোলা হৈছে।

নতুন মানুহৰ এই নামাজ পঢ়াৰ অভ্যাস নহলে পোনতে অলপ অসুবিধা হ'ব পাৰে, কিয়নো তচবিহৰ হিছাপবিলাক মনতে গণি যাব লাগিব। নামাজৰ ভিতৰতে আঙুলিত বা অন্য কিবা উপায়ে লেখ ৰখা জায়েজ নহয়। ইপিনে আকৌ লেখত মনটো দি থাকিলে নামাজৰ তচবিহত ভুল হোৱাৰ সম্ভাৱনা। এইবিলাক কাৰণত পোনতে অলপ আমনি হলেও নিৰাশ হ'ব নেলাগে। কিয়নো কেইদিনমান অভ্যাস কৰাৰ পাছতেই নামাজৰ পিনে মনটো থাকিলেও তচবিহ গণাৰ কামটো আপোনা আপুনিয়েই হৈ থকা যেন লাগিব। ভুল হ'বৰ আৰু ভয় নেথাকে।

সম্ভৱ হ'লে পোনতে জনা মানুহৰ হতুৱাই এই নামাজ কেনেকৈ শুদ্ধকৈ পঢ়িব পৰা যায় এবাৰ শিকি ল'ব পাৰিলে, অভ্যাস কৰিবলৈ সহজ হৈ পৰিব।

## আইয়াম ব্যজৰ ৰোজাৰ কথা

এই ৰোজাও নফল ৰোজা। আন আন নফল ৰোজাৰ বিষয়ে

যথাস্থানত আগেয়ে লিখা হৈছে। আইয়াম ব্যজৰ ৰোজাৰ বিষয়ে জনা উচিত যে এই ৰোজা প্ৰত্যেক চান্দ্ৰ মাহৰ ১৩,১৪, আৰু ১৫ তাৰিখে ৰাখিব লাগে। প্ৰত্যেক মাহতে এই তিনিটা ৰোজা ৰখাৰ বিশেষ ফজিলতৰ কথা কিতাবত লিখা আছে।

আইয়াম ব্যজৰ অৰ্থ কি আৰু কিয় এই ৰোজাৰ উৎপত্তি, সেই-কথাও আমাৰ জনা উচিত। আইয়াম মানে দিনবিলাক আৰু ব্যজ অৰ্থে উজ্জ্বল। গতিকে আয়াম ব্যজ ৰোজাৰ অৰ্থ হ'ল, উজ্জ্বল দিন-কেইটাৰ ৰোজা।

যিহেতু জোনৰ ১৩, ১৪, ১৫ তাৰিখৰ ৰাতি তিনিওটাই হ'ল মাহটোৰ ভিতৰতেই অতি উজ্জ্বল জোনাকৰ ৰাতি। দিনৰ নিচিনা পোহৰযুক্ত ফটফটীয়া জোনাক দেখা পাই মানুহৰ হিয়া আনন্দতে ভৰপূৰ হৈ, এন্ধাৰ ৰাতিৰ ভয়-ভীত আঁতৰি সকলোপিনেই ফৰকাল দেখা যায়, সেই কাৰণে মানুহেও যেন প্ৰকৃতিৰ লগত সামঞ্জস্য ৰাখি এই তিনি দিন তিনি ৰাতি ধৰ্ম-কৰ্ম কৰি ৰোজা ৰাখি নিজৰ দিল-টোকো গুণাহৰ মলিনতাৰ পৰা উজ্জ্বল কৰি ৰাখিব লাগে।

এই ব্যাখ্যাৰ বাহিৰেও, কিতাবত আইয়াম ব্যজ ৰোজাৰ উৎ-পত্তিৰ বিষয়ে আৰু এটা কাৰণ দিয়া আছে।

কথিত আছে যে, যেতিয়া হজৰত আদম (আঃ) আচমানৰ পৰা জমিনত আহি পৰিলহি, বহু বছৰলৈকে গুণাহৰ ক্ষমাপ্ৰাৰ্থী হৈ আল্লাৰ দৰ্গাহত প্ৰাৰ্থনা কৰি আছিল। এদিন আল্লাতালাই তেওঁৰ প্ৰাৰ্থনা কবুল কৰিলে আৰু তেওঁ পাপমুক্ত হ'ল।

হজৰত আদমে (আঃ) তেতিয়া নিজৰ শৰীৰৰ পিনে লক্ষ্য কৰি দেখে যে, তেওঁৰ গোটেই শৰীৰটো কাজলৰ দৰে ক'লা পৰি গৈছে। তেতিয়া তেওঁ আকৌ প্ৰাৰ্থনা কৰাত আল্লাৰ হুকুমত হজৰত জিব্ৰাইল (আঃ) আহি উপস্থিত হ'লহি। হজৰত জিব্ৰাইলে (আঃ) হজৰত আদমৰ (আঃ) শৰীৰৰ এই কালিমা গুচাবৰ কাৰণে প্ৰত্যেক চান্দ্ৰমাহৰ ১৩, ১৪, ১৫ তাৰিখে আইয়াম ব্যজৰ ৰোজা ৰাখিবলৈ হুকুম দিলে। তাকে কৰাত হজৰত আদমৰ (আঃ) শৰীৰৰ আৰু লগে লগে মনৰো পূৰ্ব উজ্জ্বলতা ঘূৰাই পালে। সেই সময়ৰ পৰাই হজৰত আদমে (আঃ) আৰু তেওঁৰ পিছৰ পয়গম্বৰসকলেও আইয়াম ব্যজৰ ৰোজা পালন কৰিছিল। আৰু সেই কাৰণে আমাকো এই ৰোজা পালন কৰি নিজৰ শৰীৰ আৰু মনৰ অশেষ উন্নতি সাধন কৰি ল'বলৈ হুকুম কৰা হৈছে।



## সপ্তাহৰ প্ৰত্যেক দিন আৰু ৰাতিৰ নফল নামাজৰ কথা

### জুম্মা ৰাতিৰ নফল

এহয়াউল উলুম নামক পুথিত লিখা আছে যে জুম্মাৰ ৰাতি ১২ ৰাকাত, প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত ১১ বাৰকৈ কুল হুৱল্লাহ পঢ়ি আদায় কৰিব লাগে। এই নামাজ পঢ়িলে ১২ বছৰ এবাদত কৰাৰ সমান চওৱাব হয়।

### জুম্মা বাৰৰ নফল

জুম্মাৰ দিনা ৪ ৰাকাত, প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত ১১ বাৰকৈ কুলহুৱাল্লা পঢ়িব আৰু তাৰ পাছত ১০০ বাৰ 'লা হওলা অলা কুৱাতা ইল্লা বিল্লাহিল অলিয়িল আজিম' পঢ়িব লাগে। এই নামাজ আদায়কাৰীৰ হকে আল্লাতালাই মৰিবৰ সময়লৈকে 'ইমান' কায়েম ৰাখে।

### শনিবাৰৰ ৰাতিৰ নফল

ইবনে মচউদে (ৰেঃ) কৈছে—যিজন মানুহে শনিবাৰৰ ৰাতি ৪ ৰাকাত নামাজ প্ৰত্যেক ৰাকাততে তিনিবাৰকৈ চুৰা কাফেৰুণ পঢ়ি নামাজৰ বাদে এবাৰ 'আয়তল কুৰচি' পঢ়ে, তেনেহলে এই নামাজ আদায় কৰা মানুহজনে সপ্তাহৰ প্ৰত্যেক দিন ৰাতি, ৰোজা আৰু এবাদত বন্দেগী কৰাৰ সমান নেকি পায়।

### শনিবাৰৰ দিনৰ নফল

কোৱা হৈছে যে শনিবাৰৰ দিনা যিজনে চাশ্‌ত নামাজৰ সময়ত অৰ্থাৎ পুৱা ৮ টাৰ পৰা ১০ টাৰ ভিতৰত ৪ ৰাকাত নামাজ নিজৰ ইচ্ছামতে চুৰা মিলাই পঢ়ে, তেন্তে আজিৰ এই নামাজৰ বৰকতত আল্লাৰ গুৰিত যি খোজে তাকেই পাব। অইন কি এই আমলকাৰীজন কিয়ামতৰ দিনা পয়গম্বৰ অলি আউলীয়া আৰু শ্বহীদ সকলৰ লগত একেলগে কবৰৰ পৰা উঠিব।

### দেওবাৰৰ ৰাতিৰ নফল

আনচ বিন্ মালিকে (ৰেঃ) কৈছে যে দেওবাৰৰ ৰাতি যিজনে প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত ৩০ বাৰকৈ কুলহুৱল্লা পঢ়ি ১০ ৰাকাত নামাজ আদায় কৰে, তেন্তে তেওঁ দোজখৰ জুইৰ পৰা নাজাত লাভ কৰে আৰু বিহিস্তত ঠাই পায়।

## দেওবাৰৰ দিনৰ নফল

আবু হোৰেইৰাই (ৰেঃ) কৈছে যে দেওবাৰৰ দিনত যিজনে প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত এবাৰ আমনৰ ৰসুলুৰ পৰা চুৰাৰ শেষলৈকে পঢ়ি ৰাকাত নামাজ আদায় কৰে তেন্তে তেওঁক আল্লাতালাই এহেজাৰ হজ আৰু এহেজাৰ ওম্‌ৰা আদায় কৰাৰ সমান নেকি দিয়ে ।

## সোমবাৰৰ ৰাতিৰ নফল

হাদিচ শৰীফত আছে যে সোমবাৰৰ ৰাতি ৪ ৰাকাত নামাজ পঢ়িব লাগে ।

প্ৰথম ৰাকাতত এবাৰ আলহামদু ১০ বাৰ কুলহুৱল্লা

দ্বিতীয় ৰাকাতত এবাৰ আলহামদু ২০ বাৰ কুলহুৱল্লা

তৃতীয় ৰাকাতত এবাৰ আলহামদু ৩০ বাৰ কুলহুৱল্লা

চতুৰ্থ ৰাকাতত এবাৰ আলহামদু ৪০ বাৰ কুলহুৱল্লা পঢ়ি চালামৰ পাছত ৭৫ বাৰ আকৌ কুলহুৱল্লা আৰু ৭৫ বাৰ আস্তাগফাৰ, আৰু শেষত ৭৫ বাৰ দৰুদশৰিফ পঢ়ি, খোদাতাল্লাৰ দৰগাহত যি দোৱা কৰে তৎক্ষণাত কবুল হয় ।

এই নামাজকেই "নামাজে হাজত" বুলিও কোৱা হয় । তাৰ মানে কোনো এটা বিশেষ কামৰ কাৰণে দোৱা খুজিবলগীয়া হলে, এই নামাজ পঢ়িব পৰা যায় । এই নামাজৰ লগত দিন বাৰৰ বিশেষ একো সম্বন্ধ নাই । ইচ্ছা মতে যিকোনো সময়তে পঢ়িব পৰা যায় ।

## সোমবাৰৰ দিনৰ নফল

হাদিচ শৰিফত আছে যে সোমাবাৰে বেলি উদয় হোৱাৰ পাছতেই দুই ৰাকাত নামাজ পঢ়িব লাগে । প্ৰত্যেক ৰাকাততে পোনতে এবাৰ এবাৰকৈ আলহামদু পঢ়াৰ পাছত, আয়তল কুৰচি, কুল আউজু বেৰাবিৰ্ল ফলক, কুল আউজু বে ৰব্বিন্নাছ চুৰা তিনি তিনি বাৰকৈ পঢ়ি, চালাম ফিৰাই ১০ বাৰ দৰুদ আৰু ১০ বাৰ আস্তগফাৰ পঢ়ি মুনাজাত কৰিব লাগে । এই নামাজৰ বদলি আল্লাতালাই সকলো গুনাহ মাফ কৰি দিয়ে ।

## মঙ্গলবাৰৰ ৰাতিৰ নফল

আজি ৰাতিৰ বিষয়ে কোৱা হৈছে যে এই ৰাতি ১২ ৰাকাত নামাজ পঢ়িব লাগে । প্ৰত্যেক ৰাকাতত চুৰা ফাতিহাৰ পাছত এবাৰকৈ আয়তল কুৰচি আৰু তিনিবাৰকৈ কুলহুৱল্লা পঢ়ি এই নামাজ আদায় কৰিব লাগে । এই নামাজৰ বৰকাতত দুনীয়া এৰি যোৱাৰ লগে লগে বিহিস্ত নছিব হয় ।

## মঙ্গলবাৰৰ দিনৰ নফল

আজিৰ দিনত বেলি উঠাৰ অলপ পাছতেই ১০ ৰাকাত নামাজ, প্ৰত্যেক ৰাকাততে এবাৰকৈ আয়তল কুৰচি আৰু তিনিবাৰকৈ কুলহুৱল্লা পঢ়ি আদায় কৰিব লাগে । এই নামাজৰ চৱাব মঙ্গলবাৰৰ ৰাতিৰ নফল নামাজৰ দৰেই ।

## বুধবাৰৰ ৰাতিৰ নফল

এহ্‌য়াউল উলুম পুথিত কোৱা হৈছে যে আজিৰ ৰাতি দুই ৰাকাত নামাজ আদায় কৰিব লাগে । প্ৰত্যেক ৰাকাতত চুৰা ফাতিহাৰ পাছত ১০ বাৰ 'কুল আউজু বে ৰব্বিল ফলক' আকৌ ১০ বাৰ 'কুল আউজু বেৰব্বিন্নাছ' চুৰা পঢ়ি নামাজ আদায় কৰিলে অশেষ পুণ্যৰ অধিকাৰী হয় ।

## বুধবাৰৰ দিনৰ নফল

বুধবাৰৰ দিনত ১২ ৰাকাত নামাজ পঢ়িব লাগে । প্ৰত্যেক ৰাকাততে আলহামদুৰ পাছত এবাৰ আয়তল কুৰচি, তিনিবাৰ কুলহুৱল্লা, তিনিবাৰ চুৰা 'ফালাক' আৰু তিনিবাৰ চুৰা 'কুল আউজু বেৰব্বিন্নাছ' পঢ়ি নামাজ আদায় কৰিব । এই নামাজ আদায়কাৰীৰ হকে আল্লাৰ হুকুমত ফিৰস্তাই সকলোকে জনাই দিব যে অমুকে অমুকে দোজখৰ জুইৰ পৰা নাজাত পালে ।

## বৃহস্পতিবাৰৰ ৰাতিৰ নফল

আজিৰ ৰাতিৰ নফলৰ এটা বিশেষত্ব আছে । আবু হোৰাইৰা ৰেজি আল্লাহু আনহুই কৈছে যে আজিৰ ৰাতি মগ্‌ৰিব আৰু ইছা নামাজৰ মাজত দুই ৰাকাত নামাজ আদায় কৰিব লাগে । প্ৰত্যেক ৰাকাততে চুৰা ফাতিহাৰ পাছত কুলহুৱল্লাহ, চুৰা ফলক আৰু চুৰা কুল আউজু বেৰব্বিন্নাছ পাঁচ পাঁচ বাৰকৈ পঢ়ি, চালাম ফিৰাই ১৫ বাৰকৈ দৰুদ আৰু আস্তগফাৰ পঢ়ি নিজৰ মৃত আই বোপাইক ৰুহত বখশাই দিব লাগে। এই নামাজ আদায়কাৰীজন যদিও মাক-বাপেকৰ অবাধ্য সন্তান আছিল, তথাপি এই নামাজৰ দ্বাৰাই তেওঁলোকৰ হক আদায় হৈ যাব আৰু নেকিও হাচিল হব ।

## বৃহস্পতিবাৰৰ দিনৰ নফল

হজৰত ইবনে আব্বাচ ৰেজি আল্লাহ আনহই কৈছে যে আজিৰ দিনত জোহৰ আৰু আচৰৰ মাজৰ সময়ত দুই ৰাকাত নফল পঢ়িব লাগে। প্ৰথম ৰাকাতত চুৰা ফাতিহাৰ পাছত আয়তল কুৰচি ১০০ বাৰ। দ্বিতীয় ৰাকাতত চুৰা ফাতিহাৰ পাছত কুলহুৱল্লা ১০০ বাৰ পঢ়ি চালাম ফিৰাই ১০০ বাৰ দৰুদ শৰিফ পঢ়ি এই আমল শেষ কৰিব লাগে।

আল্লাতালাই এই নামাজৰ বদলি ৰজব, শাবান, ৰমজান এই তিনি মাহ ৰোজা ৰখাৰ সমান নেকি দিয়ে।

—০—



২য় খণ্ড

# বয়ানুল আমল

## ইচলামৰ পৰকাল তত্ত্ব

### আগকথা

বয়ানুল আমলৰ প্ৰথম খণ্ডত ত্ৰাণ, পৰিত্ৰাণ বা নাজাতৰ কথা বাৰে বাৰে উল্লেখ কৰি অহা হৈছে। গতিকে এইবিলাকনো কি বস্তু, কিয় আমিনো এইবিলাকৰ কাৰণে ইমান ভয় কৰিছোঁ, তাকে বুজিবলৈ হলে 'আখেৰাত' বা পৰকালৰ কথাও বুজিবলৈ আমাৰ নিতান্ত আৱশ্যক হৈ পৰিছে। ইচলামৰ পৰকালৰ কথাৰ বিষয়ে আমাৰ বহুতৰে এটা পৰিষ্কাৰ ধাৰণা নথকাৰ হেতু আমাৰ 'আমল' আৰু 'ইমান' বহু পৰিমাণে শিথিল হৈ যাব ধৰিছে।

গতিকে হজৰত মহম্মদ চল্লল্লাহু আলেইহে ওৱালিহি অচাল্লমে, কোৰাণ, অহি, এলহাম আৰু পাক ৰুহানি অভিজ্ঞতাৰ দ্বাৰা যেনেকৈ এই বিষয়ে উম্মতসকলক শিক্ষা দি গৈছে, সেয়ে ইচলামৰ পৰকাল বা আখেৰাতৰ প্ৰকৃত স্বৰূপ। ইয়াত সেই কথাৰেই আলোচনা কৰা হৈছে মাথোন।

### আখেৰাত

ইচলামৰ যি কেইটা মূল কথা আমি মানি চলিব লাগে, তাৰে ভিতৰত 'আখেৰাত' নামৰ কথাটোও অন্যতম।

কোৰাণ শৰিফৰ কেইবা ঠাইতো 'আখেৰাত' বোলা কথাটোৰ উল্লেখ আছে।

চুৰা বকৰৰ প্ৰথম ৰুকুতেই পোৱা যায় "অবিল আখেৰাতে হুম ইউকেনুল" অৰ্থাৎ "যি আখেৰাতৰ ওপৰত বিশ্বাস স্থাপন কৰে।"

গতিকে, হায়াতুদ দুনীয়াৰ নিচিনাকৈ হায়াতুল আখেৰাতো আছে।

হায়াতুদ দুনীয়া হ'ল আমাৰ এই সংসাৰখনেই। হায়াতুল

আখেৰাত হ'ল, এই জীৱনৰ সিটো পাৰে মানুহৰ যিমান বিলাক অৱস্থা হব পাৰে সেয়ে। অৰ্থাৎ মৃত্যুৰ সময়ৰপৰা আৰম্ভ কৰি কিয়ামতৰ হিচাব-কিতাব হোৱাৰ সময়লৈকে আখেৰাত বোলা হয়।

'আখেৰাত' এই অৰ্থ কোৰাণ শ্বৰিফত ১১৩ ঠাইত ব্যৱহাৰ কৰা হৈছে। চুৰা মুমিনত আল্লাহতালাই কৈছে—

"আল লেজিনা কফ্‌ৰু ৱ কজ্জবু বেলকাইল আখেৰাত ওত্‌-ৰফ্‌ণাহুম ফিল হায়াতিদ দুনীয়া।"

অৰ্থ ঃ—যিসকলে আখেৰাতৰ কথা ইনকাৰ (নামানিলেও) কৰিলে আৰু সিপুৰীৰ লগত আমাৰ সাক্ষাৎ নহয় বুলি কলে, তেওঁলোকক মই এই পুৰীতেই, মোৰ নিয়ামত দি অন্ত কৰিলোঁ।

কোৰাণ শ্বৰিফ মতে ওপৰত উল্লেখ কৰা আখেৰাত বোলা বস্তুটো দুটা অংশত ভাগ কৰা হৈছে। প্ৰথমটো ভাগ হৈছে মৃত্যুৰ দিনৰ পৰা কিয়ামতলৈকে। আন ভাগটো হৈছে কিয়ামতৰ সময়ৰ পৰা একেবাৰে অনন্ত কাললৈকে।

কোৰাণ শ্বৰিফত প্ৰথম ভাগক 'বৰজখ' আৰু দ্বিতীয় অংশ-টোক 'বআচ' বুলি কোৱা হৈছে। 'বআচ'ৰ অৰ্থ হৈছে পুনৰ জীয়াই তোলা। কিয়ামতৰ সময়ত নিজ নিজ কৰ্মফল ভোগ কৰিবলৈ আল্লাই প্ৰত্যেক মানুহকেই আকৌ জীয়াই লব।

'বৰজখ' নো তেনেহলে কি? 'বৰজখ' হ'ল, বৰ্তমান সংসাৰৰ ঠিক পাছতে যিখন সংসাৰত আমি প্ৰত্যেকে মৃত্যুৰ পাছতেই সোমাব লাগিবগৈ, সেই সংসাৰখনৰ নামেই হ'ল 'আলমে বৰজখ'। গতিকে কিয়ামত নোহোৱালৈকে মৃত্যুৰ পাছত প্ৰত্যেক মানুহেই এই বৰজখ বোলা ঠাইতে অৱস্থান কৰিব লগিব। বৰজখৰ নো ৰূপ কি? আৰু ক'ত অৱস্থিত এই বিষয়ে পাছত আলোচনা কৰিম।

হজৰত (দঃ) শিক্ষা মতে আমি ইয়াকেই বুজিলোঁ যে আমাৰ থকা ঠাই তিনিখন। প্ৰথমখন হ'ল এই সংসাৰ যাক আমি দুনীয়া বোলোহক। দ্বিতীয়খন হ'ল আলমে বৰজখ যিখনত আমি মৃত্যুৰ লগে লগে গৈ সোমাব লাগিব। তৃতীয়খন হ'ল কিয়ামতৰ পাছৰ চিৰস্থায়ী আবাস স্থল।

প্ৰথমতে আমাৰ বৰ্তমান সংসাৰখনকে বুজিবলৈ চেষ্টা কৰা যাওক। ইয়াত দেখিবলৈ পাওঁ যে আমাক সকলোকে শৰীৰ এটা এটা দান কৰি আমাৰ ৰুহ বা আত্মাক লুকুৱাই ৰখা হৈছে। কিন্তু এই লুকুৱাই থোৱা বস্তুটোৱেই হ'ল ঘাই বস্তু। ঘাই বস্তু হলেও এই সংসাৰত



ৰুহক যথেষ্ট স্বাধীনতা দিয়া হোৱা নাই। সেই কাৰণেই এই ৰুহটোৱে কেতিয়াবা যদি এই সংসাৰত আনন্দ বা বিষাদ অনুভৱ কৰিব লগীয়া হয়, তেন্তে ই শৰীৰৰ জৰিয়তেহে অনুভৱ কৰিব পাৰে। বাস্তৱিকতে শৰীৰৰ ভিতৰত আৱদ্ধ থাকি পোনপটীয়াকৈ সুখ-দুখ অনুভৱ কৰা শক্তিৰ পৰা ই বঞ্চিত।

দ্বিতীয় সংসাৰখন হ'ল 'আলমে বৰজখ'। আগেয়ে কৈ অহা হৈছে যে ঠিক মানুহৰ মৃত্যুৰ পাছৰপৰাই এই সংসাৰখনৰ আৰম্ভণি। এই বৰজখ বোলা সংসাৰখন আমাৰ বৰ্তমান সংসাৰখনৰ সম্পূৰ্ণ বিপৰীত।

কিয়নো বৰজখৰ সংসাৰত আত্মা বা ৰুহটোৱেই কেৱল থাকিব কিন্তু শৰীৰটো হলে ধ্বংস হৈ যাব। ৰুহ এই সংসাৰত স্বাধীন। গতিকে এই ৰুহটোৱে ইয়াত সুখ-দুখৰ অনুভূতি পোনপটীয়াভাৱেই কৰিব আৰু শৰীৰৰ বন্ধনৰ পৰা মুক্ত হোৱাৰ কাৰণে, ইয়াৰ অনুভৱ কৰিব পৰা শক্তি বহুগুণে উগ্ৰ আৰু তীক্ষ্ণ হব। এইটো এটা অতি স্বাভাৱিক কথা।

কিন্তু লগে লগে আমাৰ মনত এইটো প্ৰশ্ন উদয় হয় যে ধ্বংস-প্ৰাপ্ত হৈ যোৱা শৰীৰৰ সৈতে স্বাধীন ৰুহে সুখ-দুখ অনুভৱ কৰাৰ সময়ত কিবা যোগাযোগ হবনে নহয়? এই কথাৰো সমিধান হজৰতে (দঃ) দি গৈছে। তেখেতে কৈছে যে যোগাযোগ নিশ্চয় হব, কিন্তু আও-পকীয়াকৈহে, পোনপটীয়াভাৱে নহয়। কিয়নো আত্মাই নিজৰ শৰীৰটোৰ কথা কেতিয়াও নেপাহৰে। মৰ জগতত এই শৰীৰটোৰনো কি ৰুহ আছিল, আত্মাৰ তীক্ষ্ণ অনুভূতিৰ ভিতৰতে জল্‌জল্‌ পট্‌পট্‌কৈ সদায় ধৰা দিয়েই থাকে। গতিকে আত্মাৰ সুখ-দুখত (শৰীৰ ধ্বংস হৈ যোৱাৰ পাছতো) নিজৰ স্থূল শৰীৰতো (কিয়নো এই স্থূল শৰীৰৰ কথা আত্মাৰ মনত আছে) এই সুখ-দুখ অনুভূতিৰ প্ৰমাণ দেখিবলৈ পোৱা যায়। কিন্তু এই শৰীৰটো এতিয়া আৰু বাস্তৱ নহয়। তাৰমানে ৰুহে ইচ্ছা কৰিয়েই এই শৰীৰৰ অনুভূতি পাব আৰু ইচ্ছা নকৰিলে নেপাবও পাৰে। এই কথা সম্পূৰ্ণৰূপে ৰুহৰ ওপৰতেই নিৰ্ভৰ কৰে।

আমাৰ তৃতীয় বিধৰ আবাস স্থলখন আকৌ আৰম্ভ হব কিয়ামতৰ দিনৰপৰা অনন্ত কাললৈকে। এই সংসাৰত কিন্তু ৰুহ আৰু শৰীৰৰ ভিতৰত আকৌ যোগাযোগ হবই লাগিব। সেই বুলি কিন্তু এই যোগাযোগ আমাৰ এই সংসাৰত পোৱা শৰীৰৰ লগত নহবও পাৰে। এই তৃতীয় বিধৰ সংসাৰখনতেই প্ৰত্যেক মানুহে নিজ নিজ কৰ্মফলৰ হিচাপ-কিতাপৰ কাৰণে আল্লাৰ গুৰিত হাজিৰ হব লাগিবগৈ। ইয়াকেই

ওপৰত ‘বআচ’ বুলি কোৱা হৈছে। এই তৃতীয় সংসাৰখনৰ পাছত আৰু ধ্বংস নাই। অসীম অনন্ত কাললৈকে ই চলি থাকিব আৰু প্ৰত্যেকে নিজ নিজ কৃতকৰ্ম অনুসৰি কম বা বেছি পৰিমাণে শাস্তি ভোগ কৰাৰ পাছত দোজখৰপৰা মুক্ত হৈ চিৰকালৰ কাৰণে বিহিস্তত থাকিবগৈ। নেক কাম কৰা মানুহসকলে কিন্তু আগৰপৰাই নিজ নিজ নেক আমলৰ গুৰুত্ব অনুসৰি বিহিস্তৰ নিজ নিজ ঠাইত থাকিবগৈ।

## বৰজখ

বৰজখ শব্দটো কোৰাণ শ্বৰিফত তিনিবাৰ ব্যৱহাৰ কৰা হৈছে। প্ৰত্যেক ঠাইতে ইয়াৰ মানে পৰদা কৰি ৰখা বা আঁৰ কৰি থোৱা বুজাইছে।

চুৰা ৰহমানত আছে—“বইনাহুমা বৰজখোল লায়াব গিয়ান।” অৰ্থাৎ এই দুয়োখনৰ মাজতে এখন পৰ্দা আছে, সেই হেতু ইহঁত একে লগ নহয়।

কোৰাণ শৰিফৰ এই কথাটোত দুখন নৈৰ কথা কোৱা হৈছে, এখনৰ পানী বৰ সোৱাদ আৰু আনখনৰ পানী লুণীয়া, খোৱাৰ অনুপযুক্ত, গতিকে এই দুয়োখন নৈৰ মাজতে এখন পৰ্দা বা আঁৰ দিয়া হৈছে, সেই কাৰণে ইখনৰ লগত আনখন সান-মিহলি হৈ যাব নোৱাৰে, যদিও দুয়োখন নদী ওচৰা-উচৰিকৈ বৈ যায়।

এই ৰূপে আমাৰ বৰ্তমান দুনীয়া আৰু মৃত্যুৰ পাছতে আহিবলগীয়া দুনীয়াখনৰ মাজতো, এনেকুৱা এখন পৰ্দা বা আঁৰ দিয়া হৈছে, সেই কাৰণেই আমি আমাৰ মৃত্যুৰ পাছৰ দুনীয়াখনত কি হৈছে চকুৰে একো দেখা নাপাওঁ, আৰু কাণেৰেও একো নুশুনো। প্ৰকৃতৰূপে বেলেগ কৰি আঁৰ কৰি থোৱা আছে।

এই অৰ্থ অনুসৰি কোৰাণ্ শ্বৰিফৰ চুৰা মুমিনত আকৌ আল্লাই কৈছে—“ও মিউ অৰাইহিম বৰজখোল ইলায়ওমে য়ুবআছুন”। তাৰমানে মৃত্যুৰ আগত এখন পৰ্দা আঁৰি থোৱা হৈছে আৰু যেতিয়ালৈকে আকৌ কিয়ামতৰ দিনা পুনৰ জীৱিত কৰা নহয়, তেতিয়ালৈকে তেওঁলোক এই পৰ্দাৰ আঁৰতে থাকিব।

তেনেহলে এই পৰ্দাৰ বা বৰজখৰ দুনীয়াখননো ক’ত অৱস্থিত?

কোৰাণ শ্বৰিফতে আল্লাই এই বিষয়ে আকৌ চুৰা হজ্জত কৈছে —“অ আল্লললাহা য়বআছু মন ফিল কুবুৰ।” অৰ্থ—ইয়াত একো সংশয় নাই যে আল্লাই কিয়ামতৰ দিনা সিহঁত যি কবৰতে আছে তাৰেপৰাই জীন্দা কৰি তুলিব।



গতিকে দেখা গ’ল যে বৰজখ মানেই কবৰৰ সংসাৰ। কিন্তু এই কবৰ যে মাটিৰ গাঁত এটাকে বুজাইছে এনে নহয়, বৰঞ্চ মানুহ মৰাৰ পাছত, শৰীৰটোৰ যি অৱস্থাই হক, নৈৰ গৰ্ভতেই যাওক, কিম্বা জন্তুৰ পেটতে যাওক, কিম্বা পুৰি ছাই কৰি পেলাওক এঠাইত কিন্তু এই আত্মাবিলাক আছেগৈ, আৰু সেই ঠাইকেই কবৰ বা বৰজখৰ সংসাৰ বোলা হৈছে। এই কথা কাৰো অস্বীকাৰ কৰিবৰ উপায় নাই।

## মৃত্যুৰ সৈতে টোপনিৰ তুলনা

এই সংসাৰতেই আল্লাই আমাক বৰজখ নামৰ সংসাৰখনৰ যৎকিঞ্চিত নমুনা দিবৰ কাৰণেই টোপনি বোলা বস্তু এটা দিছে। এই টোপনিৰ অৱস্থাৰ পৰাই ৰুহৰে সৈতে আমাৰ শৰীৰৰ দুটা সম্বন্ধ থকাৰ কথা গম পোৱা যায়।

প্ৰথম, ৰুহৰ লগত শৰীৰৰ মানসিক সম্বন্ধ।

দ্বিতীয়, ৰুহৰ লগত শৰীৰৰ শাৰীৰিক সম্বন্ধ।

যেতিয়া আমি টোপনি যাওঁ, আমি মোৰদাৰ দৰে অজ্ঞান অৱস্থাত থাকোঁ যদিও, শৰীৰৰ লগত মানসিক সম্বন্ধ থকা ৰুহটোৱে অলপ স্বাধীনতা লাভ কৰি, এই সংসাৰত পৰি থকা শৰীৰৰপৰা আঁতৰি গৈ, আলমে বৰজখত বিচৰণ কৰাৰ শক্তি অৰ্জন কৰে। তাতে পৰ্দাৰ আনটো পাৰে, অলপ সময়ৰ ভিতৰতে যি বিলাক কথাৰ ভেদ পায়, তাকেই আমি সপোনৰূপে অনুভৱ কৰোঁ।

কিন্তু আত্মাৰ সৈতে টোপনি যোৱা মানুহজনৰ শৰীৰৰ সম্পৰ্ক সম্পূৰ্ণৰূপে ছিঙি নোযোৱাৰ কাৰণে, ততালিকে শৰীৰলৈ আকৌ উভতি আহিব লগাত পৰে।

গতিকে দেখা যায় যে মৃত্যুনো কি বস্তু বা কি অৱস্থা তাৰে অলপ চিন দিবৰ কাৰণেই আল্লাই আমাক টোপনিৰ জৰিয়তেই এই জ্ঞান পাবলৈ যথেষ্ট সুবিধা দিছে।

টোপনি আৰু মৃত্যু একেটা বস্তু, প্ৰভেদ ইমানেই যে টোপনি এটা সাময়িক মৃত্যু আৰু এই মৃত্যুত আমাৰ সকলো বিধৰ যন্ত্ৰ-পাতিয়ে শৰীৰৰ ভিতৰত কাম কৰি থাকে। কেৱল মানসিক শক্তিয়েহে সাময়িক ৰূপে অস্তিত্ব হেৰুৱায়। কিন্তু মৃত্যু হলে মানসিক শক্তি বা ৰুহটোৱে শৰীৰৰ সৈতে কোনো সম্পৰ্ক নেৰাখি মৃত্যুৰ পূৰ্বতে টোপনিত ওলাই যোৱাৰ দৰে ওলাই গৈ এতিয়া সম্পূৰ্ণ স্বাধীনভাৱে অৱস্থান কৰে। কিয়নো ইতিমধ্যে ৰুহে বাসকৰা শৰীৰটো মাটিৰ সৈতে মিলি শেষতগৈ একেবাৰে

নিশ্চিহ্ন হৈ যায়গৈ। প্ৰায় সকলো ধৰ্মতেই টোপনিক মৃত্যুৰ লগত তুলনা কৰিছে ।

## কবৰৰ চওৱাল জুৱাব

হাদিচ শ্বৰিফত পোৱা যায় যে মৃত্যুৰ পাছত যেতিয়া কবৰত বা আলমে বৰজখত, মনকিৰ নেকিৰ আহি চওৱাল জুৱাব কৰিবহি তেতিয়া বান্দাসকলক তেওঁলোকে কব যে "নম্ কণওমতিল উৰুছ" মানে প্ৰধান অতিথি ৰূপে শুই থাকা, তুমি এতিয়া দীঘলীয়া টোপনিত আৰাম কৰি থাকা, তোমাক আকৌ সেইজনেই (আল্লাই) জগাবহি যিজনক তুমি প্ৰথম দুনীয়াত থাকোঁতে আটাইতকৈ ভাল পাইছিলা আৰু তেওঁৰ হুকুম মানি চলিছিলা, নেক আমলৰ জৰিয়তে সদায় তেওঁৰ ৰহমত প্ৰাৰ্থী হৈছিলা । এতিয়া শান্তিৰে শুই থাকাচোন যেতিয়ালৈকে আল্লাই কিয়ামতৰ দিনা আকৌ তলব নকৰে।

কিন্তু যদি আল্লাৰ বান্দাজন বদকাৰ হয় তেন্তে সেইজনৰ কাৰণে শান্তিময় টোপনিৰ পৰিবৰ্তে অনুতাপৰ জুয়ে এনেদৰে দাহ কৰি থাকিব যে অসহ্য হৈ আকৌ ভাল কাম, ভাল আমল কৰিবলৈ পৃথিবীলৈ ঘূৰি আহিবৰ কাৰণে আল্লাক খাটনি ধৰিব । কিন্তু অসম্ভৱ, এতিয়া আৰু সেই সুযোগ নাই ।

কিয়ামতৰ দিনা এই দুৰ্ভগীয়াসকলে যি শাস্তি পায় পাবই, তদুপৰি মৃত্যুৰ দিন ধৰি আলমে বৰজখতেই অসহ্য অশান্তিত কাল নিয়াৰ লাগিব । এই দুৰ্ভগীয়াসকলৰ অৱস্থা ঠিক অশেষ যন্ত্ৰণাৰে মৃত্যুদণ্ড দিবলৈ আটক কৰি থোৱা বন্দীৰ নিচিনা। সিহঁতৰ মানসিক দুৰৱস্থাৰ কথা ভাষাৰে প্ৰকাশ কৰা টান ।

## সপোনত সুখ-দুখৰ অনুভূতি আৰু শৰীৰৰ সৈতে ইয়াৰ সম্বন্ধ

আগেয়ে কৈ অহা হৈছে যে টোপনিত মানসিক সম্বন্ধ থকা ৰুহটোৱে শৰীৰটোক পেলাই থৈ মুক্তভাৱে ক্ষন্তেকৰ কাৰণে ওলাই যাব পাৰে। এইৰূপে বাজলৈ ওলাই গলেও সপোনত এই ৰুহটোৱে সুখ-দুখৰ অনুভূতি যেনে, খোৱা-পিয়া বা দেখা-শুনা আদি কাম শৰীৰৰ লগত সম্বন্ধ ৰাখি হে কৰে। তাৰ মানে ৰুহটোৱে যদি মানুহৰ টোপনিৰ অৱস্থাত কিবা দৃশ্য দেখি বৰ আনন্দ পায়, বা কিবা বস্তু দেখা পাই



বা কাৰোবাৰ কথা শুনা পাই ভয়তে অস্থিৰ হয়, তেন্তে এই আটাই-বিলাকৰে অনুভূতি এই অশৰীৰী ৰুহটোৱে যেন শৰীৰৰ ভিতৰত থাকিহে ভোগ কৰিব ধৰিছে, এনে ভাব হয়। অথচ সেই সময়ত টোপনিতে পৰি থকা এই শৰীৰৰ সৈতে ৰুহটোৰ একো সম্বন্ধই নাছিল । এই যে একো সম্বন্ধ নাই ইয়াৰ প্ৰমাণ এয়ে যে শৰীৰটো সজাগ হোৱাৰ লগে লগে ভালকৈয়ে বুজিব পৰা যায় যে ক'তা তোমাক দেখোন পানীত পেলাই দিয়া হৈছিল বা তুমি বিমানত উঠি হজ কৰিবলৈ মক্কা শৰিফলৈ গৈছা ইত্যাদি কথাবিলাক সঁচা নহয়, সপোন হে। তুমি দেখোন তোমাৰ বিছনাতে টোপনিত লালকাল দি শুই আছিলা।

কিন্তু তোমাৰ ৰুহে যে ইতিমধ্যে আলমে বৰজখত গৈ এইবিলাক অনুভূতি বা অভিজ্ঞতা আহৰণ কৰিলেগৈ, তুমি এই বাস্তৱ জীৱনত সেইবিলাক তত্ত্ব কথাৰ একো ভূকে নেপালা।

আৰু গম ধৰিব পৰা যাব বা কেনেকৈ? কিয়নো আমি বহুত কথা পাহৰি যাওঁহঁক । বহুত দিনৰ আগতে মই কিবা ভাল কাম কৰিছিলোঁ বা গুনাহৰ কাম কৰিছিলোঁ, সেইকথা কিন্তু আজি মোৰ মনত নাই । কিন্তু এইবিলাক পুৰণিকলীয়া কথা মই পাহৰিব পাৰোঁ, কিম্বা মোৰ মনৰ স্তৰত ভাঁহি নুঠিবও পাৰে, কিন্তু মোৰ মগজৰ এটা কোণত মনে মনে যে এই কথা লুকাই আছে, সেই কথাৰ আমি মুঠেই গম ধৰিব নোৱাৰোঁ। তাৰমানে মোৰ ৰুহত যে এনেবোৰ কথা লাগি আছে, সেইবিলাকৰ গম ধৰাতো এই জীৱনত প্ৰায়েই সম্ভৱ নহয় ।

গতিকে মানুহৰ টোপনিৰ অৱস্থাতে ৰুহটোৱে সেইবিলাক কথাৰ কাৰণেই সুখ বা দুখৰ অনুভূতি লাভ কৰে। আমি কিন্তু ইয়াৰ কাৰণটো বুজিবলৈ টান পাওঁ । ৰুহৰ এই অভিজ্ঞতা ৰুহে পোন্-পটীয়াভাৱেই পায় আৰু কেতিয়াবা কেতিয়াবা হয়তো উপমা স্বৰূপেহে পায়।

যেনেকৈ হজৰত ইব্ৰাহিমে (আঃ) নিজৰ অতি মৰমৰ একমাত্ৰ পুত্ৰ ইচমাইলক (আঃ) কাবা শৰিফৰ খেদমত কৰিবলৈ উৎসৰ্গ কৰি দিয়াৰ কথাকে সপোনত কোৰবাণীহে লাগে বুলি দেখিছিল ।

সেইৰূপে হজৰত ইউচুফে (আঃ) বাপেক-মাকক বেলি আৰু জোনৰ দৰে আৰু ভায়েক ১১ জনক ১১ টা তৰাৰূপে সপোনত দেখা পাইছিল ।

মিছৰ দেশৰ বিশিষ্ট জালিম ৰাজকৰ্মচাৰী এজনে তেওঁ নিহত হোৱাৰ কিছুদিনৰ আগতে সপোনত দেখে যে তেওঁৰ মূৰৰ ওপৰত

কিছুমান খোৱা বস্তু থৈ দিয়া আছে আৰু দেশৰ চৰাইবোৰ আহি, মূৰৰ ওপৰতে বহি খুটি খুটি আহাৰবিলাক খাই খাই শেষত গৈ তেওঁৰ মূৰৰ লাওখোলাটোও ফুটা কৰি মগজ নোহোৱা কৰি দিলে।

আকৌ এবাৰ মিছৰ দেশত উল্লেখযোগ্য ৭ বছৰ জুৰি আকাল হোৱাৰ আগতে, সেই দেশৰ ৰজাই সপোনতে ৭ জনী লেৰেলা চেৰেলা গাই চকুৰ আগেদি যোৱাৰ দৃশ্য দেখা পাইছিল।

হজৰত মহম্মদ চললল্লাহু আলেইহে ওৱালিহি অচল্লমে মক্কা জয় কৰাৰ বহুত আগতে, তেওঁৰ উম্মতবিলাকক গৈ সপোনতে মক্কাৰ কাবা শৰিফতগৈ হজ কৰা দেখিছিল। এইটোৱেই উপমা বিহীন পোনপটীয়া সপোন।

আকৌ যেতিয়া হজৰত মহম্মদ চললল্লাহু আলেইহে ওৱালিহি অচল্লমে পোন প্ৰথমে মক্কাৰ পৰা মদিনালৈ হিজৰত কৰিছিল, সেই সময়ত মদিনাত ভীষণভাৱে মহামাৰী হৈ আছিল। এই মহামাৰীকেই হজৰতে (দঃ) উপমামূলক সপোনৰূপে কুৎচিত ভয়ঙ্কৰ মূৰ্তিৰ বুঢ়ী ...ৰীক মদিনাৰ বাটে-পথে ঘূৰি ফুৰা দেখা পাইছিল।

এনেবিধৰ উপমাযুক্ত সপোন বা পোনপটীয়া সপোন আমাৰ নিচিনা সাধাৰণ মানুহেও বহুবাৰ বহুক্ষেত্ৰত নিশ্চয় দেখিছে।

কিন্তু এই ঠাইতে আৰু এটা কথা মন কৰিবলগীয়া আছে যে কেতিয়াবা কেতিয়াবা আগ-গুৰি নোহোৱা কিছুমান সপোন আমি দেখোঁ- হঁক। এইবিলাক সপোন ভালকৈ ফঁহিয়াই চালে বুজা যায় যে মানুহৰ সাময়িক শৰীৰ বা মনৰ বিকাশৰ কাৰণেই এনে বিধৰ সপোন দেখা যায়। গতিকে এইবিলাক সপোনৰ একো গুৰুত্ব নাই।

প্ৰমাণিত হৈছে যে যিবিলাক মানুহৰ কফৰ বিকাৰ থাকে, তেওঁলোকে প্ৰায়েই নৈ, বিল, খাল বিশেষকৈ পানীৰ সপোন সচৰাচৰ দেখা পাই থাকে।

পিত্ত প্ৰবল থকা মানুহে প্ৰায়েই সপোনত হাতী বা আন কোনো ক'লা বৰণৰ জন্তুসমূহ বেছিকৈ সপোনত দেখা পায়।

এইৰূপে, কেতিয়াবা কেতিয়াবা কোনো এটা কথা বৰকৈ ভাবি থাকিলেও, সেই কথাকে আকৌ সপোনত দেখা পাই থাকে। এনেবোৰ সপোনৰ বিশেষ মূল্য নাই। এনেবোৰ সপোনৰ কথা অৱতাৰণা বা আলোচনা কৰা এই প্ৰৱন্ধৰ উদ্দেশ্য নহয়।

## কোৰাণ শ্বৰিফত উপমামূলক শাস্তিৰ বিধান

সত্য আৰু গভীৰ তত্ত্বৰ উপমামূলক সপোনৰ বাহিৰেও কোৰাণ শ্বৰিফৰ বহু ঠাইত, বেলেগ বেলেগ গুণাহৰ বেলেগ বেলেগ শাস্তিৰ কথা



উপমামূলকৰূপেই বৰ্ণোৱা আছে। যেনে পৰনিন্দা বা আনৰ কুৎসা ৰটনা কৰাক মৰা মানুহৰ মাংস খোৱাৰ লগত তুলনা কৰা হৈছে। এই কথা মানুহে সপোনতো দেখা পাব পাৰে আৰু দিঠকতো এই কথা সঁচা প্ৰমাণ হোৱা দেখা গৈছে।

এবাৰ হজৰত মহম্মদ চললল্লাহু আলেইহে ওৱালিহি অচল্লামে কিছুমান মানুহৰ সৈতে এখন অতি পৰিষ্কাৰ মুকলি ঠাইত গৈ জিৰণি লৈ আছিল। গছৰ ছাঁৰ তলত মুক্ত জুৰ বতাহ পাই সকলোৰে চকুলৈ টোপনি আহোঁ আহোঁ হ'ল। এনেতে হঠাৎ ক'ৰবাৰ পৰা উৎকত দুৰ্গন্ধ এটা আহি সকলোকে কষ্ট দিবলৈ আৰম্ভ কৰিলে; এতিয়া টোপনি যোৱাতো দূৰৰ কথা আন কি এনেয়ে তাত তিষ্ঠি থাকিব পৰাতো অসম্ভৱ হ'ল। তেওঁলোকে বহু দূৰলৈ চাৰিওফালে ভালকৈ চকু দি ক'তো সেই ভীষণ দুৰ্গন্ধৰ উৎপত্তি স্থল চকুত নপৰাত হজৰতে (দঃ) কলে, "নিশ্চয় ওচৰতে ক'ৰবাত কোনোবাই পৰনিন্দা আৰু পৰচৰ্চা কৰিছে, আৰু সেই বাবেহে এই গলিত মাংসৰ দুৰ্গন্ধ চাৰিওফালে বিয়পি পৰি... কথাও সঁচা, অলপ দূৰতে সৰু ঘৰ এটাৰ ভিতৰত কেজনমান মানুহ বহি আনৰ নিন্দাবাদ কৰাত ইমান মছগুল হৈ থকা দেখা গৈছিল যে দিন ৰাতিৰ তেওঁলোকৰ একো খবৰেই নাছিল। হজৰতে (দঃ) সকলোকে এই ৰহস্যৰ ভেদ দেখুৱাই, সেই ঠাই পৰিত্যাগ কৰি গুচি গ'ল।

সেইৰূপে কোৰাণ শৰিফত সুদখোৰসকলৰ অৱস্থাৰ বিষয়ে পগলা মানুহৰ লগত তুলনা কৰি দেখুৱাইছে।

বাৰী বিধৱা অনাথ এতিম ল'ৰা-ছোৱালীহঁতৰ ধন সম্পত্তি আত্মসাৎ কৰাজনক, পেটৰ ভিতৰত জুই সুমুৱাই খোৱাৰ লগত ৰিজোৱা হৈছে।

আকৌ যিসকলে অভাৱগ্ৰস্ত মানুহৰ দুখ আৰু অভাৱ মোচন নকৰাকৈ নিজেই ৰাজকীয় লাহ বিলাহত সংসাৰ উপভোগ কৰি আছে, তেনে মানুহসকলৰ সিপুৰীতনো কি অৱস্থা হব, তাৰো উপমামূলক শাস্তিৰ বিধান দিয়া আছে।

আনহাতে যিসকল মানুহৰ এই সংসাৰত ধন দৌলতৰ পিনে বেছি আক্ৰোশ নাই, মুক্তহস্তে মানুহক শক্তি অনুসৰি সহায় কৰিবলৈ সততে কুণ্ঠিত নহয়, সেইসকলক আলমে বৰজখত সুন্দৰ মনোৰম সেউজীয়া পথাৰৰ ফল ফুলৰে সুশোভিত বাগানৰ অধিকাৰীৰ লগত তুলনা কৰি দেখুৱাইছে।

এনেবিলাক মানুহেই সপোনত প্ৰায়েই মনোৰম ফুলৰ বাগিছা

আদিৰ সপোন দেখা পায়।

যিসকল ভাগ্যবান মানুহে আল্লাৰ কাৰণে সকলো উৎসর্গ কৰিও, নিজৰ জীৱন পর্যন্ত উৎসর্গ কৰিবলৈ কুণ্ঠিত নহয়, এওঁলোকেই মৃত্যুৰ পাছতো মৃতুহীন হৈ থকাৰ সম্ভেদ পায় থাকে।

## নামাজ ৰোজাৰ নেকি

হাদিচ শৰিফৰপৰা আমি জানিব পাৰিছোঁ, যে মৃত্যুৰ পাছত সকলো মানুহৰেই নামাজ ৰোজা আৰু আন আন নেক আমলসমূহে আলমে বৰজখত বা কবৰত চাৰিওফালে এটা এটা আকৃতি লৈ মানুহজনক আগুৰি থাকিব। যাতে এই নতুন ঠাইত এই নতুন অভ্যাগতক কোনো ৰকম বিপদ আপদে লগ ধৰিব নোৱাৰে।

মৃত্যুৰ পাছত কবৰত যেতিয়া ৰুহটোক প্রথমবাৰ আল্লাৰ ফিৰি-প্রশ্ন কৰিবৰ কাৰণে এটা আকৃতিৰে সৈতে আকৌ জীয়াই লব, সেই সময়ত বান্দাজন যদি নেককাৰ হয়, তেওঁ মগৰিবৰ সময় হৈছে বুলি নামাজ পঢ়িবলৈ আয়োজন কৰিব। কিন্তু তেওঁ যে আৰু আগৰ পৃথিবীত নাই এই কথা পাহৰি অভ্যাস বশতঃ তেনে কাম কৰিবলৈ ইচ্ছা কৰিব। লাহে লাহে হে তেওঁৰ এই ভুল ভাঙিব। তেওঁ এতিয়া আল্লাৰ শান্তিময় কোলাত নিজ অতীত জীৱনৰ নেক আমলৰ হেতু আৰাম উপভোগ কৰি থাকিব।

যদিহে বান্দাজন বদকাৰ হয় তেন্তে শান্তিৰ পৰিবর্তে বিশেষ যন্ত্রণাদায়ক অনুতাপৰ জুইত দগ্ধ বিদগ্ধ হৈ কিয়ামতৰ দিনলৈকে চট্‌ফট্ কৰি থাকিব লাগিব। নিজ নিজ গুণাহৰ গুৰুত্ব অনুসৰি বেলেগ বেলেগ শাস্তিৰে জর্জৰিত হৈ কাল কটাব লাগিব।

## হজৰত ৰছুলে আকৰম চল্লাল্লাহু আলেইহে ও ৱালিহি অচল্লমৰ প্রসিদ্ধ আৰু উল্লেখযোগ্য সপোনৰ ঘটনা

আমাৰ শেষ নবিয়ে (দঃ) গুণাহৰ বান্দাসকলৰ বিষয়ে আলমে বৰজখত যি দৃশ্য দেখিছিল, সেইবিলাক কথা জানিলে, এতিয়াই গাৰ নোম শিয়ৰি উঠে। হজৰতে (দঃ) আমাক কেৱল সত্যৰে সন্ধান দি যোৱা নাই, অশেষ পৰিশ্ৰম, সহ্যগুণ আৰু সাধ্য সাধনাৰ মাজেদি সেইটো জ্ঞানৰ পোহৰ দি গৈছে, যিটোৰ দ্বাৰা আমি আমাৰ অজ্ঞানতাৰ এন্ধাৰতো



নিৰিঘ্নে এই সংসাৰৰ খলা-বমাৰ হাত সাৰি কবৰৰ সিপাৰে থকা জগৎখনত শান্তি আৰু মনৰ আনন্দৰে বাস কৰিব পাৰে।

তেখেতৰ দৰে কর্মী, সাধক আৰু আদর্শ পয়গম্বৰ (দঃ) আন এজনো পৃথিৱীত জন্ম গ্ৰহণ কৰা নাছিল আৰু নকৰেও। এনেজন আদর্শ পয়গম্বৰেই (দঃ) আলমে বৰজখত থকা গুণাহগাৰসকলৰ স্বৰূপ বর্ণনা কৰি আমাক জানিবলৈ সুবিধা দিছে।

এদিন ফজৰৰ নামাজৰ পাছত তেখেতৰ অভ্যাস অনুসৰি আচহাবসকলৰ লগত মছজিদঘৰৰ পিৰালিত বহিছিলহি। সেই দিনা কিন্তু তেখেতৰ মুখ অস্বাভাৱিকৰূপে গম্ভীৰ। তেখেতৰ মুখমণ্ডলৰ গাম্ভীর্য দেখা পাই সকলোৰে মন অজানিতে আশঙ্কাত কঁপি উঠিল। আচহাবসকলৰ মনৰ অৱস্থাৰ গম পাই হজৰতে (দঃ) কলে,

"মই বুজিছোঁ তোমালোকে মোক দেখি আজি ভয় কৰিছা। ভয় কৰাৰ একো কাৰণ নাই। মই যোৱা ৰাতি এটা অদ্ভুত সপোন দেখাৰ পাছৰ পৰাই মোৰ মনত এটা অশান্তিৰ ভাব জন্মিছে। বাৰু, মই তোমালোকক কওঁ শুনা।

মই শুই আছোঁ, এনেতে টোপনিতে দুজন অচিনাকি মানুহ আহি মোক জগাই তুলিলে। তেওঁলোকৰ পাছে পাছে মোক যাবলৈ ইংগিত কৰাত মই তেওঁলোকৰ পাছ ললোঁ। অলপ দূৰ গৈয়েই দেখিলোঁ যে এখন পথাৰত মানুহ এজন মাটিত বাগৰি পৰি আছে। ওচৰতে কিন্তু আন এজন মানুহে প্রকাণ্ড শিল এচটা ভাঙি লৈ, বাগৰি শুই থকা মানুহজনৰ মূৰত প্রচণ্ড আঘাত কৰিছে, ফলত বাগৰি থকা মানুহজনৰ মূৰটো ভাঙি গুৰা হৈ মগজুৰে সৈতে চাৰিওপিনে চিটিকি পৰিছে আৰু শিল ডোখৰো বহু দূৰৈত গৈহে থিতাপি লৈছেগৈ। শিল মৰা মানুহজনে লৰি গৈ আকৌ শিল ডোখৰ বুটলি আনে মানে দেখিলোঁ যে ভীষণ যন্ত্রণাত অস্থিৰ হৈ থকা মানুহজনৰ মূৰটো আকৌ দেখোন স্বাভাৱিক অৱস্থাত পৰিণত হ'ল। কিন্তু আনজন মানুহে প্রকাণ্ড শিল ডোখৰ দাঙি লৈ আকৌ পৰিথকা মানুহজনৰ মূৰত ভীষণভাৱে আঘাত কৰিলে। আকৌ যন্ত্রণাত মানুহজনৰ ভীষণ চিঞৰ-বাখৰ কান্দোন-কাটোন শুনা গ'ল, আকৌ আৰাম হোৱা দেখিলোঁ, আৰাম পোৱা মাত্রকে আকৌ ভীষণ আঘাত পোৱা দেখিলোঁ। এইদৰে যন্ত্রণাৰ শেষ নাই। অবিৰাম চলিয়েই আছে। চাই চাই বেয়াও লাগিল—আমনিও লাগিল।

এই দৃশ্যটো এৰি থৈ মই আগবাঢ়িলোঁ। এইবাৰ এজন মানুহক মূৰটো ওলোমাই বান্ধি থোৱা দেখা পালোঁ। সেই অৱস্থাতে আন এজন

মানুহে জোঙা আৰু দুয়োফালে ধাৰ থকা চোকা অস্ত্র এপাট লৈ ওলমি থকা মানুহজনৰ চকু, কাণ, নাক আৰু মুখত বাৰে বাৰে খোক মাৰি থকা দেখা পালোঁ। যন্ত্রণাত চট্‌ফট্, ধৰ্‌ফৰ্ কৰি থকা মানুহজন কিন্তু মৰিও নমৰে। এইখন যে মৃত্যুহীন সংসাৰ। মৃত্যু নহলে শান্তিৰ ওৰ পৰে কেনেকৈ ?

মই আকৌ আগবাঢ়ি গলোঁ। এইবাৰ এঠাইত এটা প্রকাণ্ড জ্বলি থকা ৰুটি বনোৱা তগুলৰ নিচিনা এটা বস্তু দেখা পালোঁ। ভালকৈ চাই দেখোঁ যে তাৰ ভিতৰত কিছুমান উলংগ মতা আৰু মাইকী মানুহ জুইৰ ভিতৰৰ পৰা দেদাউৰিব ধৰিছে। কিন্তু অলপ পাছতে দেখিলোঁ তগুলৰ জুই নুমাই চেঁচা পৰি গৈছে আৰু তাৰ ভিতৰত থকা উলংগ মতা তিৰোতাহঁতৰ গগণভেদি আৰ্তনাদবো উপশম হৈছে। কিন্তু আশ্চৰ্য এইটোহে যে অলপ বেলিৰ মূৰতে তগুলৰ জুই আকৌ দাউ দাউ কৰি জ্বলি উঠিল আৰু লগে লগে তাৰ ভিতৰত থকা মতা তিৰোতাহঁতৰো চিঞৰ-বাখৰ, কান্দোন-কাটোন চাৰ্ হৈ উঠিল।

ময়ো এই বীভৎস দৃশ্যটো এৰি থৈ সমুখৰ পিনে খোজ ললোঁ। অলপ দূৰ গৈছোঁহে মাত্র, এনেতে আৰু এটা দৃশ্য মোৰ চকুত পৰিল। দেখিলোঁ যে এখন তেজৰ নৈ বাঙলী হৈ বৈ আছে আৰু এজন মানুহে দেখোন তাতে সাঁতুৰিব ধৰিছে। পাৰত দেখোঁ আন এজন মানুহে শিলগুটি কিছুমান কোঁচত ভৰাই লৈ বহি আছে। সাঁতুৰি থকা মানুহজনে যেতিয়া ভাগৰত মুখ মেলি মেলি তেজৰ বাঙলী নৈখনৰ কাষ চাপোঁ চাপোঁ হয়হি, পাৰত বহি থকা মানুহজনে সাঁতুৰি থকা মানুহজনৰ মুখখন লক্ষ্য কৰি ইমান কোবেৰে শিলগুটি এটা লাঠি মাৰি পঠিয়াই যে সাঁতোৰা মানুহজনৰ মুখৰ ভিতৰেদি সোমাই একেবাৰে পেট পায়গৈ। ভীষণ যন্ত্রণাত অধৈৰ্য হৈ সাঁতুৰি থকা মানুহজন আকৌ নৈৰ মাজলৈ গুচি যায়গৈ। আকৌ ভাগৰত একেবাৰে ক্লান্ত হৈ কাষ চাপিবৰ উদ্যোগ কৰোঁতেই পাৰৰ মানুহজনৰ শিলগুটিৰ কোব খাই, আকৌ চিঞৰি বাখৰি আঁতৰ হৈ যায়গৈ। অহৰহ এই শাস্তি মানুহজনে ভোগ কৰিবই ধৰিছে।

মোৰ কিন্তু এই ঘটনাবিলাক দেখি দেখি বৰ বেয়া লাগিল, গতিকে মই এইবাৰ সমুখৰ বাটেৰে নগৈ আন বাটে খোজ ললোঁ।

এইবাৰ কিন্তু পট পৰিবৰ্তন হ'ল। গৈ গৈ মই বৰ মনোৰম আহল বহল সুন্দৰকৈ পাৰি থোৱা গালিচা এখনৰ নিচিনা ঘাঁহনি পথাৰ এখন পালোঁগৈ। কাষতে অতি সুন্দৰ ফুলনিবাৰীও এখন আছিল। ফুল গছৰ ফুলৰ কলিবোৰত বসন্ত কালৰ জেউতি বিৰিঙি থকা দেখা



পালোঁ। এই মনোমোহা বাগানখনৰ ভিতৰত এজন প্রকাণ্ড ওখ ডাঙৰ-দীঘল মানুহ দেখা পালোঁ। এওঁৰ চাৰিওফালে অসংখ্য ল'ৰা-ছোৱালীৰ জাক এটাই উমলি থকা দেখা পালোঁ। এই দৃশ্যটো উপভোগ কৰাৰ পাছত, সেই ঠাই এৰি আকৌ আগলৈ খোজ ললোঁ।

এইবাৰ আৰু এখন প্রকাণ্ড বাগিচা আগৰখনতকৈ হেজাৰ গুণে ধুনীয়া আৰু ডাঙৰ মোৰ চকুত পৰিল। চাই চায়েই মোৰ হেঁপাহ নপলোৱাত পৰিল। এনেকুৱা ধুনীয়া বাগিচা এখন মই নিজে চকুৰে দেখাও নাছিলোঁ আৰু শুনাও নাছিলোঁ, অইন কি কল্পনাতো বিচাৰি পোৱা নাছিলোঁ। চাৰিওফালে সৌন্দৰ্যৰে ভৰপূৰ। মই বৈ বৈ মুগ্ধ হৈ চাই আছিলোঁ। এনেতে মোৰ লগত থকা মানুহ দুজনে বোধকৰোঁ আমনি পাই, মোক আগবাঢ়িবলৈ ইঙ্গিত কৰাত হে মোৰ হুচ হ'ল আৰু মই আগবাঢ়িলোঁ।

অলপ গৈয়েই মই এখন প্রকাণ্ড নগৰত সোমালোগৈ। এই বিতোপন নগৰখন ধুনীয়া দেৱাল এখনিৰে চাৰিওফালে ঘেৰি ৰখা হৈছে। ভালকৈ লক্ষ্য কৰি চোৱাত দেখা পালোঁ যে এই সুন্দৰ দেৱালখনৰ ইটাবোৰ মাটিৰ বা শিলৰ নহয়। সোণ আৰু ৰূপৰহে ইটা। নগৰৰ গেটখন বন্ধ আছিল। আমি ওচৰ চাপোঁতেই দেখোন সেইখন নিজে নিজে মুকলি হৈ গৈ আমাক যেন বাটহে এৰি দিলে। আমি তিনিওজনে নগৰৰ ভিতৰ সোমালোঁ। নগৰৰ ভিতৰত কিছুমান মানুহ দেখা পাই বৰ আচৰিত হলোঁ। তেওঁলোকৰ শৰীৰৰ এছোৱা অতি ধুনীয়া কিন্তু আনছোৱা হলে অতি কুৰূপ আৰু কদৰ্য। সেই নগৰখনৰ ভিতৰতে শুভ্র স্বচ্ছ স্ফটিকৰ নৈ এখনি দেখা পালোঁ। এনেকুৱা ধুনীয়া নৈ আৰু পানী মই আগেয়ে কেতিয়াও দেখা নাছিলোঁ।

মোৰ লগত থকা সঙ্গী এজনে, সেই নগৰৰ এছোৱা সুন্দৰ আৰু এছোৱা কুৰুপ মানুহ এজনক সেই নৈ খনত দুটামান ডুব মাৰিবলৈ ইঙ্গিত কৰাত, ডুব মাৰি আহিলত দেখা গ'ল যে মানুহজনৰ শৰীৰৰ কুৰূপ অংশটোও হঠাৎ সৌন্দৰ্যতা লাভ কৰি অতিশয় ধুনীয়া পুৰুষ এজন হৈ পৰিল।

তেতিয়াহে মোৰ লগত থকা সঙ্গী দুজনে পোন প্রথমতে মোৰ লগত কথা আৰম্ভ কৰি মোক কলে যে সেইখনেই জন্নতে এদন আৰু বোলে মোৰ বিশ্রামৰ ঠাই এইখনতেই। তেতিয়া মই মূৰ দাঙি দূৰলৈ লক্ষ্য কৰাত ৰিণিকি ৰিণিকি মেঘ বৰণৰ শুভ্র অট্টালিকা এটা দেখিবলৈ পালোঁ।

পাছত মই মোৰ লগৰ সঙ্গী দুজনক সুধিলোঁ আজি যে মই বহুত

অদ্ভুত অদ্ভুত দৃশ্য দেখিলোঁ হয়, কিন্তু মই ভালকৈ একো নুবুজিলোঁ। মোৰ কথা শুনা পাই সঙ্গী এজনে ৰঙ মনেৰে মোক কৈ গ'ল--শুনক, প্ৰথমতেই যে আপুনি বাগৰি থকা মানুহজনৰ মূৰটো বাৰে বাৰে প্ৰকাণ্ড শিল এচটাৰে গুৰি কৰি দিয়া দেখিছিল, সেইজন এজন বদকাৰ মানুহ। সেই মানুহজনে কোৰাণ শ্বৰিফ পঢ়িছিল হয়, কিন্তু কোৰাণৰ কথা মতে আমল নকৰিছিল। পুৱা ফজৰৰ নামাজ নপঢ়ি বিনা ওজৰে, বিছনাৰ ওপৰতে ইকাটি-সিকাটি কৰি আৰাম উপভোগ কৰাৰ দৈনিক বদ অভ্যাস আছিল।

মূৰ ওলোমাই বান্ধি থোৱা দ্বিতীয় দৃশ্য যিটো দেখিছিল আৰু নাকে-মুখে চোকা অস্ত্ৰৰ ঘোচ খাই যি তাৰ চিঞৰ-বাখৰ শুনিছিল, সেইজন মানুহৰ সদায় মিছা কথা কোৱাৰ অভ্যাস আছিল। আৰু মিছা কথা কৈ কৈ মানুহক বৰ অপদস্থ কৰিছিল। সেই কাৰণেই তাৰ আজি এই শাস্তি।

তৃতীয়তে তণ্ডুল এটাৰ ভিতৰত যে উলংগ স্ত্ৰী-পুৰুষ কিছুমানক দইত পুৰি শাস্তি দিয়া হৈছিল, সেই বিলাকৰ নৈতিক চৰিত্ৰৰ পতন গতিকেই, সেই শাস্তি ভোগ কৰিবলগীয়াত পৰিছিল।

চতুৰ্থতে যিজন মানুহ তেজৰ বাঙলি সোঁতত উটি বুৰি ফুৰি বাৰে বাৰে, মুখৰ পৰা পেটলৈকে অনবৰত শিল গুটিৰ আঘাত পাই ফুৰিছিল, সেইজন আছিল সুদখোৰ মানুহ। আনক অত্যাচাৰ কৰি হাৰাম খাই উদৰ পূৰণ কৰিছিল।

পাছত আন বাটেৰে গৈ বসন্ত কালৰ জেউতিৰে শোভা পাই থকা ফুলনি বাগিচাখনত যে প্ৰকাণ্ড মানুহ এজন এপাল সৰু সৰু ল'ৰা-ছোৱালী লৈ উমলি ফুৰিছিল, সেই মানুহজনেই হ'ল হজৰত ইব্ৰাহিম আলেইহিচ্ চালাম। তেওঁকেই মুছলমান ধৰ্মৰ ডাঙৰ আদি পয়গম্বৰ বুলি ধৰা হয়, আৰু তেওঁৰ হেফাজততেই দুনীয়াৰ সমস্ত নাবালিগ অৱস্থাত মৃত্যু হোৱা ল'ৰা-ছোৱালী বিলাকৰ অভিভাৱকত্বৰ ভাৰ দিয়া হৈছে। তেওঁৰ চাৰিওফালে যিবিলাক ল'ৰা-ছোৱালীৰ দল আছিল, সেই বিলাকেই নাবালিগ অৱস্থাত মৃত্যু হোৱা ল'ৰা-ছোৱালীহঁত।

শেষত যে এফাল সুন্দৰ আৰু এফাল কুৰূপ মানুহসকলক দেখা পাইছিলে, সেই সকলে দুনীয়াত থাকোঁতে কিছুমান ভাল কাম কৰাৰ লগে লগে মাজে সময়ে গুণাহৰ কামো কৰাৰ অভ্যাস আছিল। কিন্তু আল্লাতালাই মেহেৰবাণী কৰি, তেওঁলোকৰ গুণাহ মাফ দিবৰ কাৰণে সেই সুন্দৰ নগৰখনলৈ নি থৈছে।

এয়ে হ'ল হজৰতৰ (দঃ) প্ৰসিদ্ধ আৰু উল্লেখযোগ্য সপোন।



## দাৰ্শনিক পণ্ডিতসকলৰ নিষ্ফল প্ৰয়াস

বৰ্তমান সংসাৰত যুগে যুগে বহুতে বহু ৰকমে আত্মা বা ৰুহৰ বিষয়ে গৱেষণা কৰিছেহে হয়, কিন্তু কোনেও আজিলৈকে এই বিষয়ে সঠিক সত্যৰ সন্ধান পোৱা নাই। মনোবিজ্ঞানী (Psychologist) পণ্ডিতকেই কোৱা বা আত্মা-গবেষণাকাৰী (Spiritualist) সকলকেই কোৱা বা আন কোনো থিয়চফি বা ফিলচফিয়েই হওক, এই বাটৰ সন্ধানত কিন্তু সকলো একেদৰেই বিভ্ৰান্ত।

এই বিষয়ে পয়গম্বৰসকলৰ লগতনো কোনে ফেৰ পাতিব পাৰে? ৰুহৰ কথাত দখল দিবলৈ পয়গম্বৰ আৰু অলি আউলিয়াসকলৰ বাহিৰে আৰু কাৰনো ইমান ৰুহানি শক্তি আছে?

ৰুহানি কথাৰ বিষয়ে হজৰতৰ (দঃ) শিক্ষা আদিয়ে যে খাটাং কথা সেই বিষয়ে আমি একেবাৰে নিসন্দেহ। হজৰতৰ (দঃ) জীৱনী মোবাৰক পাঠ কৰিলে, এই বিষয়ে চব কথা বাৰুকৈ বুজিব পৰা যাব।

কিন্তু দেখিছো বহুতে হজৰতৰ (দঃ) এই মৰ্তবাৰ কথা বুজিও নুবুজা হয়। বহুতে আকৌ নিজে প্ৰমাণ নেপালে এই বিষয়ে কাৰো কথা বিশ্বাস কৰিবলৈ নোখোজে।

আলমে বৰজখত বা কবৰত কি হয় বা কি হৈ আছে এই বিলাক চকুৰে নেদেখা মানলৈকে বোলে তেওঁলোকে বিশ্বাস কৰিবলৈ টান পায়। এইটো ভাবৰ কাৰণেই মানুহৰ 'ইমানত' কমজুৰি আহি সোমালহি।

কিন্তু এইটো ভুল নহয়নে? এই দুনীয়াতেই দেখোন আমি অহৰহ মানুহৰ মুখৰ কথা শুনি, বাতৰি কাকত পঢ়ি বা আন কোনো উপায়ে নিজে চকুৰে নেদেখা বস্তুৰ ওপৰতো আমি অগাধ বিশ্বাস স্থাপন নকৰোনে বাৰু? চুইডেনত যে ছমাহ দিন আৰু ছমাহ ৰাতি হয় বা কেতিয়াবা যে তাত মাজ নিশাও বেলি উদয় হয়, এইবিলাক কথা জানো বিশ্বাসযোগ্য কথা? আমিতো নিজে এইবিলাক অস্বাভাৱিক কথা দেখাও নাই অইনকি আমাৰ কাৰণে এই কথা কল্পনা কৰাও টান। কিন্তু তথাপিও দেখোন এইবিলাক কথা আমি এদিনলৈকেও সন্দেহ নকৰোঁ। কিয়নো আমি এই বিলাক কথা ভূগোলত পঢ়িছোঁ, ছবি দেখিছোঁ, চুইডেন ভ্ৰমণ কৰি অহা মানুহৰ মুখেও শুনিছোঁ, বা তেওঁ-

লোকে লিখা কিতাপ পঢ়িছোঁ। কিন্তু তথাপি নিজে নিজ চকুৰে দেখা নাই বুলি আমি জানো এইবিলাক কথাৰ কেতিয়াবা সন্দেহ কৰোঁ? কিন্তু যদি অবিশ্বাস কৰোঁ, তেন্তে প্ৰকৃততে মানুহে আমাক কি আখ্যা দিব কব নোৱাৰোঁ। হয়তো বলিয়া বুলিয়েই কব। আৰু বহুতে হয়তো ঘোৰ অবিশ্বাসী মানুহ বুলিয়েই ধৰি লব।

## ইলমুল একিন আৰু আইনুল একিন

ওপৰৰ উদাহৰণটোৰ পৰা বুজা যায় যে মানুহৰ জ্ঞান মুঠতে দুবিধ। অৰ্থাৎ মানুহে মাত্ৰ দুই ৰকমেহে জ্ঞান আহৰণ কৰে।

১) আনৰ মুখৰপৰা শুনি বা কিতাপ পঢ়ি আমি যি জ্ঞান লভোঁ, সেই জ্ঞান। এই জ্ঞানক পৰোক্ষ জ্ঞানো কয়।

২) যি জ্ঞান আমি আমাৰ ইন্দ্ৰিয়সকলৰ দ্বাৰা নিজেই আহৰণ কৰোঁ। এই জ্ঞানক প্ৰত্যক্ষ জ্ঞানো কয়।

এই দুইবিধ জ্ঞানৰ কথা কোৰাণ শৰিফতো বৰ্ণোৱা আছে। কোৰাণ শৰিফত প্ৰথম বিধৰ জ্ঞানক ইলমুল একিন বুলি কোৱা হৈছে আৰু দ্বিতীয় ধৰণৰ প্ৰত্যক্ষ জ্ঞানক আইনুল একিন বুলি কোৱা আছে।

এই দুইবিধ জ্ঞানৰ উদাহৰণ দিবলৈ আল্লাতালাই আমাৰ কাৰণে 'চুৰা আলহাকুমুত তকাছুৰ' নাজিল কৰাইছে। এই চুৰাটাত আল্লাই নিজেই আমাক এইদৰে জনাইছে--

তোমালোকক ধন সম্পত্তিৰ গৌৰৱ সকলোকে পাহৰাই দিছে। এনেকৈ থাকোঁতে থাকোঁতে এদিন কবৰ পাবাগৈ। নহয়, তুমি অচিৰেই বুজিবা! নহয়! নহয়! তুমি অলপতেই গম পাবা। নহয়, তুমি যদি পৰোক্ষভাবে জ্ঞান আহৰণৰ কথাত বিশ্বাস কৰিলা হয়, তেন্তে দোজখনো কি বস্তু বুজিলা হয়। তেনেহলে যেতিয়া (পয়গম্বৰৰ দ্বাৰা দোজখৰ কথা শুনিও বিশ্বাস নকৰিলা, চাক্ষুস প্ৰমাণ বিচাৰিলা) এতিয়া সেই দোজখতেই সোমাব লাগিব তেতিয়াহে চাক্ষুস প্ৰমাণ পাবা।"

অৰ্থাৎ তুমি দোজখি হ'লা। পয়গম্বৰসকলৰ কথাত পতিয়ন নোযোৱাৰ পৰিণাম এয়েই।

গতিকে উপৰোক্ত আল্লাৰ পাক কালামৰ দ্বাৰা এয়ে বুজা গ'ল যে প্ৰত্যক্ষ বা পোনপটীয়াকৈ জ্ঞান আহৰণ কৰা সকলোৰে কপালত ঘটা সম্ভৱ নহবও পাৰে। সেই কাৰণে উপযুক্ত মানুহৰ দ্বাৰা পৰোক্ষ জ্ঞান



লাভ কৰিলেও আমাৰ জ্ঞানৰ ভঁড়াল বাঢ়ে। এই জ্ঞানৰ দ্বাৰা আমি এই সংসাৰত বহু সুবিধা কৰি লব পাৰোঁ। যিটো জ্ঞানৰ ক্ষেত্ৰ ইমান বহল যে পৰকালৰ কথাতো বিশ্বাস কৰি আমি দোজখৰ পৰা নজাত বা মুক্তি পাব পাৰোঁ।

কোৰাণ শৰিফত এই ইলমুল একিন আৰু আইনুল একিনৰ কথা বুজাবলৈ বহুত আয়াত নাজিল হৈছে। এইসকলৰ পৰা উপদেশ গ্ৰহণ কৰিলে মানুহ কেতিয়াও বিপথগামী বা দোজখ হব নোৱাৰে। মানুহ দোজখি হোৱাটো আল্লাতালাৰো ইচ্ছা নহয়। কিন্তু যিসকলে আল্লাৰ কথাত আৰু পয়গম্বৰসকলৰ কথাত বিশ্বাস নকৰি নিজেই দোজখ বিচাৰি লয়, সেইসকলে দোজখ নাপাইনো আৰু কি পাব? গুটি অনুসৰিহে ফল পোৱা যায়। সিঁচা গুটিৰ পৰা অন্য ৰকম ফল কেতিয়াও কোনেও আশা কৰিব নোৱাৰে। এয়ে আল্লাই বান্ধি দিয়া প্ৰকৃতিৰ নিয়ম।

## পোনপটীয়াভাৱে বৰজখ দৰ্শন

প্ৰত্যেক মানুহেই মৃত্যুৰ ঠিক আগমুহূৰ্ততে বৰ দকৈ এই কথা ভাবে যে যদি আল্লাই মোক এইবাৰ ভাল কৰে, তেন্তে সংসাৰত থাকি সদায় কোৰাণ কিতাপ অনুসৰি সাধুভাৱে জীৱন যাপন কৰিবলৈ কেতিয়াও কুণ্ঠিত নহওঁ।

এই বিষয়ে চুৰা মুমিনত কোৰাণ শ্বৰিফত আল্লাই কৈছে "হাট্টা ইজা জাআ আহাদুহুমুল মৌতু কালা ৰব্বিৰ জেউন, লআল্লি আমলু চালেহন ফি মা তৰকতু কল্লা। ইন্নহা কলেমতুন হুৱ কায়েলুহা; অমিউ অৰাইহিম বৰজখোন ইলা য়ৌমে য়ুবআছুন।"

অৰ্থ ঃ—"যেতিয়া গুণাহগাৰসকলৰ ভিতৰত কোনো এজন মৃত্যুৰ মুখত আহি পৰেহি (তেতিয়া এই জীৱনৰ পৰ্দাৰ আঁৰত থকা কিছুমান দৃশ্য দেখা পাই) কয়, হে মোৰ পৰৱৰদিগাৰ! মোক আকৌ দুনীয়ালৈ ওভোতাই পঠিয়াওক, যাতে মই দুনীয়াতে থাকি মোৰ ধন সম্পত্তিৰ সহায়েৰে নেক কাম, নেক আমল কৰিব পাৰোঁ। কিন্তু এইটো আৰু কেতিয়াও নহয়। এই কথাৰ এতিয়া একো মূল্য নাই। কিয়নো এতিয়া এই মানুহজন কিয়ামত নোহোৱালৈকে পৰ্দাৰ আঁৰত থকা আলমে বৰজখলৈ যাবই লাগিব।"

উক্ত পাক আয়াতৰ পৰা আমি গম পালোঁ যে ঠিক মৃত্যুৰ পূৰ্বতে মানুহজনে আলমে বৰজখৰ কিছুমান দৃশ্য দেখা পাইহে আকৌ

দুনীয়ালৈ ফিৰি আহি সাধুভাৱে জীৱন যাপন কৰিবলৈ আৰু কোৰাণ কিতাপ মানি চলিবলৈ বৰ আশা কৰে।

কিন্তু পোনতে তেওঁ কিয় কোৰাণ কিতাপৰ কথা, পয়গম্বৰ সকলৰ শিক্ষা আদিৰ কথা বিশ্বাস নকৰিলে? এতিয়া জীৱনৰ মিয়াদ উকলিবৰ হ'ল, এতিয়া আৰু নতুন জীৱন আৰম্ভ কৰাৰ আশা বৃথা। দোজখৰ কথা আগেয়ে অবিশ্বাস কৰি হাঁহি উৰাই দিছিল, সেইবোৰ কথা মিছা বুলি কৈছিল, এতিয়া সেই দোজখতে গৈ সঁচা মিছাৰ প্ৰমাণ তেওঁ লবই লাগিব। এই দোজখৰ নমুনা তেওঁ মৃত্যুৰ পূৰ্বতে দেখিলেই।

কোৰাণ শৰিফৰ উপৰোক্ত আয়াতৰ নিচিনা আৰু আন আন আয়াতৰ বিষয়েও ডাঙৰ ডাঙৰ আলেমসকলেও এই মতে মত প্ৰকাশ কৰিছে, তাৰ কেইটামান মন্তব্য নমুনা স্বৰূপে দিয়া হ'ল ঃ—

১। ইবনে জৰিৰ তিবৰি নামে এজন ডাঙৰ আলেমে ব্যাখ্যা কৰি বুজাই দিছে যে "মোৰদাৰ অন্তিম কালত চকুৰ আগত থকা পৰ্দাখন অলপ পৰিমাণে আঁতৰি যায় আৰু যিবিলাক কথা ইমান দিনে বিশ্বাস কৰি আহিছিল, সেইবিলাক এতিয়াহে বিশ্বাস কৰিবলৈ বাধ্য হয়। কিন্তু সময় গ'ল।

২। হাফিজ ইবনে কছিৰ নামে আন এজন প্ৰসিদ্ধ আলেমে আইনুল একিন আৰু ইলমুল একিনৰ বিষয়ে এইৰূপে ব্যাখ্যা কৰে, যে "আল্লাতালাই কৈছে, হে মানুহ, মৃত্যুৰ চট্‌ফটনিয়ে সত্যৰ স্বৰূপ চকুৰ আগলৈ আনিলেহি আৰু বিশ্বাসৰ পৰ্দাখন মুকলি কৰি দিয়াতহে অবিশ্বাস দূৰ হ'ল।" কিন্তু এতিয়া আৰু একো লাভ নাই।

৩। কাজি শৌকানি নামৰ আৰু এজন বিখ্যাত মোহাদ্দেছ আৰু আলেমে ব্যাখ্যা কৰি কয় যে, মৌতৰ সময়ত সত্যৰ ৰূপ ফুটি উঠে। পয়গম্বৰে (দঃ) যি কিয়ামত, বিহিস্ত আৰু দোজখৰ সংবাদ আনি আমাক দিছিলহি, সেই সময়তহে এই অবিশ্বাসী গুনাহগাৰসকলে প্ৰকৃত সত্যৰ সন্ধান পায়। কিন্তু এতিয়া আৰু সেই সত্য কামত লগাবৰ সময় নাই।"

৪। মুফতি আলৌচি হানফি নামৰ আন এজন প্ৰকৃত আলেমে কয় যে, মৌতৰ ভয়ে মানুহক নবিসকলৰ আৰু তেওঁলোকৰ ধৰ্মগ্ৰন্থৰ পিনে টানি আনেহি। বাস্তৱিকে তেওঁলোকে এতিয়াহে বুজি পোৱা হয়, ফলত তেওঁলোকে এইবাৰলৈ মৃত্যুৰ হাত সাৰি নতুন জীৱন পাই শৰা শৰিয়ত মতে সকলো কথা মানি চলিবলৈ বৰ ইচ্ছা কৰে। কিন্তু তেওঁলোকৰ এই আশা পূৰণ নহয়।"



উপৰোক্ত কোৰাণৰ আয়াত আৰু মুফতি মোহাদ্দেছ সকলৰ কোৰাণৰ ব্যাখ্যা মতে, আমি ইয়াকে বুজিলোঁ যে প্ৰত্যেক বদ্‌কাৰ মানুহৰেই মৃত্যুৰ আগমুহূৰ্ততে চকুৰ আগত আলমে বৰজখৰ কিছুমান ৰহস্য ধৰা পৰেহি, আৰু সেই বাবেই সহজে সিহঁত মোৰ বিশ্বাসী উম্মত হবলৈ আকৌ দুৰাশা কৰে।

আমাৰো যাতে সেই ৰকম নহয়, আমাৰ জ্ঞান চকু সময় থাকোঁতেই মুকলি হোৱা উচিত। নচেৎ আমাৰো সেই চোৰ গলে বুধি আৰু বৰষুণ গলে জাপিৰ প্ৰবাদ বাক্যৰ নিচিনা হব।

## মৃত্যুৰ পাছত আল্লাৰ ওচৰত ৰুহৰ উপস্থিতি

মৃত্যুৰ পাছত আমি যে আকৌ আল্লাৰ গুৰিলৈ উভতি যাব লাগিব, এই কথা কোৰাণ শৰিফৰ কেইবা ঠাইতো পোৱা যায়। যেনেচুৰা জুম্মাত আছে ঃ—

"কুল ইন্নাল মৌতল লেজি তফিৰৰুণ মিনহু, ফইন্নহু মুলাকিকুম ছুম্মা তুৰাদ্দুন ইলা আলিমিল গায়বে অশশাহাদতে ফয়ুনব বিয়োকুম বেমা কুনতুম তা'মলুন।"

অৰ্থ ঃ— আল্লাই কৈছে, "নিশ্চয় সেই মৌত, যিহৰ পৰা তোমালোকে পলাই ফুৰিছা (ভয় কৰিছা) তোমালোকক পাবহিয়েই। তেতিয়া তোমালোকক আল্লাৰ গুৰিলৈ উভতাই নিয়া হব, যিজন আল্লাই তোমালোকৰ বাহিৰ ভিতৰ সকলো কথাৰে গম পায়। আৰু তোমালোকেনে কি কাম কৰিছিলা (আল্লাতালাই) কৈ দিব।

চুৰা বকৰত আছে—"ইন্না লিল্লাহে অইন্না ইলেইহে ৰাজেউন।"

অৰ্থ ঃ—"আমি আল্লাৰ আৰু তেওঁৰ তালৈয়ে উভতি যাম।"

আকৌ চুৰা মায়েদাত আছে ঃ—"ইন্নাললাহে মৰজেউকুম জমিআ।"

অৰ্থ ঃ—তোমালোক সকলোৱে আল্লাৰ গুৰিলৈ উভতি যাব লাগিব।

এনেকৈয়ে কোৰাণত একুৰিতকৈয়ো সৰহ ঠাইত এই কথাৰ উল্লেখ কৰা হৈছে।

এতিয়া ভাবি চাব লাগিব, "উভতি যোৱাৰ" একো অৰ্থয়েই নহয়, যদি উভতি যোৱাৰ লগত ক'ৰবাৰপৰা অহা বোলা কথাটোৰ একো সম্বন্ধ নেথাকে। সেই কাৰণেই আল্লাতালাৰ গুৰিলৈ উভতি যোৱাৰ কথাটোৰেই, আল্লাতালাৰ গুৰিৰ পৰা অহাটোও বুজাইছে। আমি আত্মা

বা ৰুহৰূপে আল্লাৰ গুৰিৰ পৰাই আহিছিলোঁ আৰু আত্মা বা ৰুহৰূপেই আকৌ আল্লাৰ গুৰিলৈকে গুচি যাম।

কিন্তু মাজ বাটতে এই শৰীৰটোনো কি বস্তু আছিল আৰু এতিয়া গ'ল ক'ত ?

আত্মাসকলক গাইপতি এটা এটা আকৃতি দি সংসাৰ উপযোগী কৰা হৈছিল। এয়ে মানুহৰ শৰীৰ।

এই শৰীৰ জুই, বায়ু, মাটি, পানীৰ দ্বাৰা নিৰ্মিত। গতিকে আত্মা বা ৰুহ শৰীৰৰ ভিতৰৰপৰা ওলাই যোৱা মাত্ৰকে, ৰুহে লগ এৰা শৰীৰটো আকৌ অগ্নি, বায়ু, মাটি আৰু পানীৰ লগত মিহলি হৈ, নোহোৱা হৈ যায়।

কেৱল অদেহি আত্মাইহে আল্লাৰ গুৰি পায়গৈ। এই কাৰণেই আত্মাক আমি অমৰণ, চিৰকলীয়া বস্তু বোলোহঁক। এই শৰীৰ পৰিত্যাগী আত্মাসকলেই নিজ নিজ 'আমলৰ' সম্বল লৈ নতুন নতুন সংসাৰত ভৰি দিয়েহি।

কোনোৱে হয়তো আহিবৰ সময়ত ভাল বস্তু বুলি সাপ বেঙকে গোটাই আনিছে, কিছুমানে হয়তো সঁচাকৈয়ে কিবা ভাল বস্তুকেই আনিছে। কিন্তু যিহকে আনিছে সেয়ে তেওঁলোকৰ 'আমলৰ' সম্বল। এই সম্বলৰ কাৰণেই কোনোবাই হয়তো বৰ শান্তি লাভ কৰিছে আকৌ কোনোবাই হয়তো আজাব ভুগিব লগাত পৰিছে।

যিসকলৰ আমলৰ সম্বল বেয়া, সিহঁতৰ হাত যে খালী, কিয়নো তেওঁলোকে যি বস্তু লগত আনিছে, সেইবিলাক একেবাৰেই মূল্যহীন পৰিত্যক্ত বস্তু। গতিকে খালী হাতেৰে কেৱল মাত্ৰ গুণাহৰ সাপ বেঙ কেচু কুমতি লৈনো আল্লাৰ গুৰিত যায় কেনেকৈ? নিজেই মুখ ঢাকিবলৈ বাধ্য হয় আৰু দুনীয়াত উভতি গৈ ভাল আমল কৰি ভাল বস্তু লগত লৈ আহিবলৈ প্ৰবল বাসনা জন্মে।

কিন্তু আল্লাই, এই গুণাহগাৰসকলৰ মনৰ কথা জানিব পাৰি কোৰাণ শ্বৰিফৰ চুৰা কিয়ামতত এই বুলি কৈছে ঃ—

"কল্লা ইজা বলগতিত তৰাকি ও কিলা মৰ ৰাক ; অ জন্ন আন্নহুল ফেৰাক অল তফ্ ফতিচ্ চাকু বিচ চাক ইলা ৰব্বেকা য়ৱউময়ি-জিনিল মচাক।"

অৰ্থ ঃ—(আল্লাই কৈছে) "(এই কথা) যেতিয়া জীউ ওলাই আহি ডিঙিৰ মুখ পাইছেহি, এই কথা কেতিয়াও হব নোৱাৰে। কোনেনো এতিয়া আৰু দাৱাই দৰ্পণ, জাৰ ফুক আদিৰে বচাব পাৰিব? এতিয়া



বুজিছা যে (দুনীয়াৰ লগত) বিচ্ছেদৰ সময় উপস্থিত হৈছেহি। ভৰিৰ নলী দুডাল শুকাই মেৰ পাক দিছে। আজি তোমাক সৃষ্টিকৰ্তাৰ পিনে (গৰু-ছাগলী খেদা দি) খেদি লৈ অনা হব।"

চোৱাচোন বাৰু আল্লাই অবিশ্বাসীহঁতৰ আগত কি ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিছে। আল্লা ৰহমানৰ ৰেহিম হয়, কিন্তু আজিৰ এই সময়ৰ মূতিত তেওঁৰ কজৰ আৰু গজবৰ ভাব ফুটি ওলাইছে। আন আন চুৰাৰ কথা এৰি দিলেও, এই কেইটা আয়াতৰ দ্বাৰাই আমি সতৰ্ক হৈ যোৱা উচিত।

## নেক্কাৰ মানুহৰ মৌত

আনপিনে হলে, নেককাৰ মানুহৰ মৌতৰ সময়ত আল্লাতাআলাই সঁচাকৈয়ে ৰহমানৰ ৰেহিম হৈ, অতি মৰমেৰে কোৰাণৰ চুৰা ফজৰত কৈছে,

"য়া আয়্ আতুহন নফচুল মুত্‌ময়িন্নতুৰ যি য়ি ইলা ৰব্বেচ্ছি বাজিয়তম মৰ্ জিয়া।"

অৰ্থ ঃ—হে শান্তিময় ৰুহ, তুমি আল্লাক ভাল পাইছিলা আৰু আল্লায়ো তোমাক ভাল পাইছে, গতিকে তুমি তোমাৰ মালিকৰ তালৈ (আনন্দ মনেৰে) গুচি যোৱা।

শুনাচোন বাৰু আল্লাতালাৰ কি হৃদয়গ্ৰাহী আৰু অভয়ৰ সুৱদি বাণী। মৃত্যুৰ সময়ত আল্লাৰ এই অভয় বাণী শুনা মাত্ৰকে নেককাৰ সকলৰ ৰুহে কিমান শান্তি পায়!

### আমলৰ ফল

ৰুহে শৰীৰৰ ভিতৰৰ পৰা বিদায় লোৱাৰ মুহূৰ্তৰ পৰাই মানুহৰ কৰ্মময় সাংসাৰিক জীৱনৰ সামৰণি আৰু আলমে বৰজখৰ সূচনা হল। প্ৰত্যেক ৰুহৰ কাৰণেই অতীত জীৱনৰ আমলৰ ফলেই এটা এটা ৰূপ হৈ নিজ নিজ ৰুহৰ লগত সম্বন্ধ স্থাপন কৰেহি। এই ৰূপটোৱেই নিজ নিজ ৰুহক হয় মনত আনন্দ দিয়ে নহয় মনত অশান্তি জন্মায়। এই শান্তিৰ ৰূপ বা অশান্তিৰ ৰূপ নিজ নিজ আমলৰ ফলৰ ওপৰতেই পূৰা-পূৰি নিৰ্ভৰ কৰে।

এই বিষয়ে উল্লেখযোগ্য কথা এইটোৱেই যে মানুহে নিজ নিজ আমলৰ ফলৰ দ্বাৰাই শান্তি বা অশান্তি পোৱা কথাটোত আল্লাই একো

দখল নিদিয়ে। জুই ছুলে হাত পুৰিব। জুয়ে যে মোক পুৰিলে আল্লা-তালাই এই কথাত একো দখল দিয়া নাছিল। আৰু দখল দিলেও বৰ বেয়া কথা হ'ল হয়। কিয়নো হয়তো এজনক পুৰিব এজনক নুপুৰিব এনেবোৰ খামখেয়ালি কথা আমাৰ নিচিনা মানুহৰ পৰা হে সম্ভৱ হব পাৰে। গোটেই জগতৰ সৃষ্টিকৰ্তাৰ কাৰণে নহয়।

ঠিক এইদৰেই আমি আলমে বৰজখত সুখ-দুখ উপভোগ কৰাটো আমাৰ নিজ নিজ আমলৰ পৰিণতিৰ ফলহে মাত্ৰ। অৰ্থাৎ এই জগতখন যেনেকৈ এটা স্বাভাৱিক নিয়মত আল্লাই চলাইছে, তদৰূপ আলমে বৰজখ-খনতো আল্লাৰ স্বাভাৱিক নিয়ম এটাৰেই চলিছে। প্ৰকৃতিৰ স্বাভাৱিক বিধানেই হ'ল আল্লাৰ হুকুম। গতিকে আমি যদি মৃত্যুৰ পাছত কষ্টত পৰিবলগীয়া হয়, তেন্তে আল্লাই প্ৰতিশোধ গ্ৰহণ কৰা বুলিলে অত্যন্ত ভুল কথা হব।

## আলমে বৰজখত নেক্কাৰ আৰু বদকাৰ

ওপৰত কৈ অহা কথাবিলাকৰ পৰা ভালকৈ বুজা গ'ল যে কিয়ামতৰ আগতেই আলমে বৰজখত গুনাহগাৰসকলে কিছু আজাব পাই থাকে আৰু নেককাৰসকলেও এতিয়ালৈকে প্ৰকৃত বিহিস্তৰ সুখ-শান্তি উপভোগ নকৰিলেও, বিহিস্তৰ কিছুমান দৃশ্য দেখি বৰ আৰাম উপভোগ কৰি থাকে।

হজৰতে (দঃ) এই বিষয়ে আমাক কৈছে যে "নেককাৰসকলৰ ভিতৰত যেতিয়া কাৰো মৃত্যু হয়, পুৱা আৰু গধূলি বিহিস্তৰ তেওঁলোকৰ চিৰস্থায়ী ঠাইবিলাকৰ দৃশ্য দেখুওৱা হয়।"

সেই কাৰণেই নেককাৰসকলে এই আলমে বৰজখতেই বৰ আনন্দৰে কাল কটায়।

চহি হদিচত আছে যে নেককাৰ মানুহৰ আগত মৃত্যুৰ পাচত আলমে বৰজখত বিহিস্ত আৰু দোজখ দুয়োখনকেই দেখুওৱা হয় তেতিয়া এওঁলোকক কোৱা হয় যে যদি তোমালোক পৃথিবীত থাকোঁতে ভাল আমলত নচলিলা হয়, আল্লা বছুলৰ (দঃ) বিধান নেমানিলা হয় তেন্তে এই বিহিস্তখন তোমালোকৰ ঘৰ নহল হয়। কিন্তু দুনীয়াত তোমালোকে নেক আমল কৰিছিলা, সেই হেতুকে এই জগতখনতেই তোমালোকৰ চিৰকলীয়া ঘৰ হব। সেই কাৰণে কিয়ামতৰ দিনলৈকে এই নেককাৰ বান্দাসকল আলমে বৰজখত বা কবৰত অতি ৰং মনেৰে শান্তি উপভোগ কৰি কিয়ামতৰ কাৰণে বাট চাই থাকে।



ইয়াৰ বিপৰীতটোৰেই হল বদ্‌কাৰসকলৰ ভাগ্য। সেই কাৰণে কিয়ামতৰ দিনলৈকে ইহঁতে বৰ অশান্তিত কাল কটায়।

## মৃত্যুৰ পাছত শৰীৰৰ স্বৰূপ

আগেয়ে কৈ অহা হৈছে যে মৃত্যুৰ পাছতেই আমি কবৰত সোমামগৈ। কোৰাণ শ্বৰিফত আৰু বহু বহু চহি হদিচতো এই কবৰৰ বিষয়ে যথেষ্ট উল্লেখ আছে। কিন্তু এই কবৰনো কি বস্তু এই কথাও আমাক ভালকৈ ফঁহিয়াই দেখুওৱা হৈছে। কোৱা হৈছে যে সেই মাটিৰ গাঁতটো য'ত মোৰদাৰ শুকান হাড় কেইডালিৰ বাহিৰে আৰু আন একো নাই, সেয়ে কবৰ নহয়। বৰঞ্চ ৰুহসকলৰ থকা ঠাইকেই কবৰ বোলা হয়। এইখন ঠাই কিন্তু আমাৰ চকুৰ আঁৰত থকাৰ কাৰণে, আলমে বৰজখকহে বুজাইছে। আলম মানে সংসাৰ আৰু বৰজখ মানে পৰ্দা গতিকে পৰ্দাৰ আঁৰত থকা সংসাৰ। এইখন সংসাৰৰ কথা কব হলেই মানুহে সাধাৰণভাৱে কবৰকে বোলে।

এই কবৰৰ সংসাৰখনৰ লগত মানুহৰ শৰীৰৰ সম্বন্ধ একো নাই। এই কাৰণেই কোৰাণ শৰিফত বাৰে বাৰে, এই বিষয়ে বুজাবলৈ ৰুহ বা নফ্‌চৰ সংসাৰ বুলিহে উল্লেখ কৰা হৈছে। গতিকে আলমে বৰজখত বা কবৰত শান্তি উপভোগ কৰা বা শাস্তি ভোগ কৰাৰ কথা ৰুহ বা নফ্‌চৰ লগতেই সীমাবদ্ধ।

সেই কাৰণে এই আলমে বৰজখত ৰুহে যিটো কায়া গ্ৰহণ কৰে, সেইটো নিজ নিজ আলমৰ প্ৰতিচ্ছবিহে মাথোন। এই কায়াটো ৰক্ত মাংসৰ শৰীৰ নহলেও, দুনীয়াত থকা আমাৰ ৰক্ত মাংসৰ শৰীৰৰ আকৃতিৰ অনুৰূপ। এই শৰীৰটোনো কি বস্তু বুজিবলৈ এটা উদাহৰণ দিয়া যাক। —ধৰা হওক, মই বিছনাত শুই শুই সপোন দেখিছোঁ যে মোৰ শৰীৰত জুই লাগিছে, মই যন্ত্ৰণাত চিঞৰ-বাখৰ কৰিছোঁ। বা সপোনতে দেখিলোঁ যে মই বসন্ত কালত সুন্দৰ সুন্দৰ গোলাপ ফুলৰ বাগিচা এখনত বহি আনন্দ উপভোগ কৰি আছো। মই সজাগ হৈ থকা অৱস্থাত হুবহু জুয়ে পোৰা যন্ত্ৰণা বা গোলাপ ফুলৰ বাগিচাৰ আনন্দ যেনেকৈ অনুভৱ কৰিলোঁ হয়, ঠিক তেনেকৈয়ে টোপনিত থকা মোৰ শৰীৰটোৱেও যন্ত্ৰণা পাইছে বা আনন্দ কৰিছে। কিন্তু দৰাচলতে টোপনিত পৰি থকা মোৰ শৰীৰটোৰ একোৱেই হোৱা নাই।

এই অভিজ্ঞতাৰ দ্বাৰাই আমি সহজে বুজিব পাৰোঁ যে টোপনিত ৰুহটো ওলাই গৈ আমাৰ চকুৰ আঁৰত থকা জগতখনৰ কিছু সংবাদ গ্ৰহণ কৰাত, ৰুহটোৱে আমাৰ প্ৰকৃত শৰীৰৰ অনুৰূপেই আন এটা শৰীৰৰ মধ্যস্থতা গ্ৰহণ কৰে। ওপৰত কৈ অহা জুয়ে পোৰা যন্ত্ৰণা বা গোলাপ উদ্যানৰ আনন্দ এই দ্বিতীয় কায়াটোৰ অভিজ্ঞতা। শুই থকা শৰীৰটো নহয়। এই কথাৰ প্ৰমাণ এয়ে যে সাৰ পোৱাৰ লগে লগে আমাৰ শৰীৰে এই দুখ যন্ত্ৰণা বা আনন্দৰ কথা একোকে শৰীৰত বা মনত গম নেপায়। তদুপৰি বহু সপোন হয়তো সজাগ হোৱাৰ লগে লগে আৰু মনতে নপৰে।

ঠিক এইদৰেই আমাৰ মৃত্যুৰ পাছত আমাৰ আত্মাই যিটো ভৌতিক শৰীৰ ধাৰণ কৰিব, সেই শৰীৰৰ লগত আমাৰ এই সংসাৰৰ শৰীৰৰ আকৃতিৰ অলপ সাদৃশ্য থাকিলেও, প্ৰকৃতিত নহয়।

সেই কাৰণেই আলমে বৰজখত আমাৰ সুখ দুখৰ অনুভূতি এই ভৌতিক শৰীৰেহে উপলব্ধি কৰিব, সাংসাৰিক নিৰ্জীৱ দেহটোৰ অ... লোপ পাব।

## কবৰত হবলগীয়া প্ৰশ্ন আৰু উত্তৰ

এই ঠাইতো কবৰ মানে আলমে বৰজখৰহে কথা কোৱা হৈছে। ৰসুলুল্লাহে (দঃ) কৈ গৈছে আৰু কোৰাণ পাকতো আল্লাতালাই আমাক জনাইছে যে কবৰত অৰ্থাৎ আলমে বৰজখত ফিৰিস্তা আহি আমাৰ ৰুহক আল্লা, ৰছুল আৰু ধৰ্মৰ বিষয়ে গোটাদিয়েক প্ৰশ্ন কৰিব। দুনীয়াত থাকোঁতে যদি মানুহজনে কোৰাণ কিতাপৰ বিধান আৰু পয়গম্বৰৰ (দঃ) আদেশ উপদেশ মতে চলিছিল, তেন্তে মৃত্যুৰ পাছতো ফেৰেস্তাসকলৰ প্ৰশ্নৰ উত্তৰত সেইবোৰ কথা সহজে কব পাৰিব। যিসকলে দুনীয়াত উপৰোক্ত বিধান মতে নচলি গুণাহত লিপ্ত আছিল, সেইসকলৰ মুখৰ পৰা একো বাক্যকে নোলাব। দোজখৰ চিন আৰু সেই অনুসৰি সিহঁতৰ ব্যৱস্থাও হব।

## চওৱাল জবাবৰ প্ৰকৃত অৰ্থ

দৰাচলতে কিন্তু আলমে বৰজখৰ এই চওৱাল জবাব একো নতুন কথা নহয়। কিয়নো আজিৰ আচীখনত কালিৰ দৃশ্যসমূহৰহে প্ৰতিবিম্ব পৰিষ্কাৰ হৈ দেখা দিছে মাত্ৰ। অৰ্থাৎ আজি আলমে বৰজখত



মোৰ অশৰীৰী আত্মা বা ৰুহটোক মোৰ নিজ আমলবিলাকেই বেঢ়ি-কুৰি ধৰি আছে। এইবিলাকেই কেমেৰাৰ ফিল্মৰ নিচিনাকৈ মোৰ বিষয়ে সকলো কথা জাহিৰ কৰি আছে। ফিল্মৰ সেই প্ৰতিবিম্বই প্ৰশ্নসমূহৰ উত্তৰ। নেক আমলৰ নেক দৃশ্য আৰু বেয়া আমলৰ কুৎ-চিত দৃশ্যহে হব সেইটো স্বাভাৱিক।

## আলমে বৰজখৰ সন্ধান

শেহত আমাৰ মনত প্ৰশ্ন উঠে যে মৃত্যু আৰু কিয়ামতৰ মাজত অৱস্থিত ৰুহসকলৰ থকা ঠাই বৰজখনো ক'ত আছে? আচমানত, নে জমিনত নে মাজভাগতে ক'ৰবাত? নেদেখা বস্তু এটাৰ নো অৱস্থান আমি কেনেকৈ গম পাম?

কিন্তু নহয়; কোৰাণে এই কথাও বাদ দি যোৱা নাই। চুৰা 'এৰাফ'ত আল্লাই কৈছে—

"ইন্নল লেজিনা কজ্জবু বেআয়াতেনা ওচ তক্‌বৰু আন্‌হা লা তফ্‌টটহু লহুম আব্‌ৱাবোচ চমায়ে অলা য়দ্‌মুলুনাল জন্নতা হাট্টা এলি-জল জম্‌লু ফি চুম্মিল খেয়াট।"

অৰ্থ ঃ— (আল্লাই কৈছে) যে "নিশ্চয় যিসকলে আমাৰ কথা মিছা বুলি কৈছিল আৰু গৰ্বতে ওফন্দি পৰি সেইবিলাক নেমানিছিল, সেইসকলৰ কাৰণে আচমানৰ দৰজা মুক্ত কৰা নহব আৰু বিহিস্ততো সোমাব নোৱাৰিব, যেতিয়ালৈকে উট এটা বেজীৰ জলঙাৰে পাৰ হৈ যাব নোৱাৰে।" (তাৰ মানে এইকথা একেবাৰে অসম্ভৱ আৰু ইহঁত কেতিয়াও বিহিস্তত সোমাব নোৱাৰে।)

উপৰোক্ত আয়াতত আল্লাই বদকাৰ মানুহৰ আত্মাৰ অৱস্থানৰ কথাহে বুজাইছে। এই আয়াত মতে আল্লাৰ বিধান লংঘনকাৰী গুণাহ-গাৰসকল আচমানৰ কাষকে চাপিব নোৱাৰিব। পৃথিবীমুখী হৈয়েই থাকিব। এই পৃথিবীতেই অনাই-বনাই ঘূৰি পকি ফুৰিব লাগিব। প্ৰায়েই এই গুণাহগাৰসকলৰ ৰুহবিলাক দেহা বিসৰ্জন দিয়া ঠাই ডোখৰৰ কাষতেই ঘূৰি-পকি ফুৰি অতৃপ্ত হৃদয়ৰ পৰা উত্তৰ হোৱা অনুতাপৰ জুইত জ্বলি-পুৰি নৰক যন্ত্ৰণা ভোগ কৰি থাকিব।

আমাৰ জীয়াই থকা লোকসকলৰ ভিতৰত যিজন মানুহৰ আধ্যাত্মিক শক্তিৰ প্ৰভাৱ বৰ বেছি, তেওঁলোকে এই পাপাত্মাসকলৰ আজাব হোৱাৰ কথা গম পায়।

এই কাৰণে হজৰত মহম্মদ চল্লল্লাহু আলেইহে ওৱালিহি অচল্লমে কেতিয়াবা কেতিয়াবা এই কথা লগৰ সঙ্গীসকলক জনাইছিল। কবৰস্থানলৈ গৈ এইবিলাকৰ কাৰণে আল্লাৰ গুৰিত ক্ষমা প্ৰাৰ্থনা খুজি সিহঁতৰ হকে দোৱা কৰিছিলগৈ।

আমিও সেই একে কাৰণে মাজে মাজে কবৰস্থানলৈ গৈ বা নোৱাৰিলে ঘৰৰ পৰাই মোৰদাসকলৰ ৰুহৰ চওৱাবৰ হকে আল্লাতাল্লাৰ গুৰিত খাটি থকা উচিত। কিয়নো জীয়াই থাকিবলৈ মানুহৰ যেনেকৈ অন্ন-বস্ত্ৰৰ অতি দৰকাৰ, সেই ৰকমে দেহ ত্যাগ কৰাৰ পাছত মানুহৰ ৰুহে দোৱা দৰদৰ মোহতাজ হৈ পৰে।

## যিসকলৰ মৃত দেহ কবৰত থোৱা নহয়

এইখিনিতে আমাৰ জানিবলৈ বৰ ইচ্ছা হয় যে যিসকল মোৰদাক কবৰত দফন কৰা নহয়, তেওঁবিলাকৰ ৰুহেনো ক'ত অহা যোৱা থাকিব ?

এই বিলাকো এই পৃথিবীতেই আগৰ চিনাকি ঠাইবিলাকৰ কাষৰে-পাজৰে অনাই-বনাই ফুৰিব। এনেকুৱা দফন নিদিয়া মানুহ সকল যদি প্ৰকৃতপক্ষে পাপী হয়, সিহঁতৰো দফন কৰা পাপী মানুহৰে সৈতে একেই ব্যৱস্থা হব।

## নেককাৰ মানুহৰ আত্মা

কিন্তু যিসকল নেককাৰ মানুহ, তেওঁলোকৰনো আত্মা ক'ত থাকে? এই সমস্যাৰো উত্তৰ কোৰাণৰ পৰাই পোৱা যায়।

কোৰাণৰ চুৰা ফজৰত আল্লাই নেককাৰ বান্দাসকলৰ বিষয়ে কৈছে "য়া আইয়তুহন নফচুল মুতময়িন্নতোৰ জিয়ি ইলা ৰব্বেকে ৰাজিয়তম মৰ্জিয়া। ফদখুলি ফি এবাদি, ৱদখুলি জন্নাতি।"

অৰ্থ :-- "হে শান্তিকামী ৰুহ। যোৱা তোমাৰ সৃষ্টিকৰ্তাৰ গুৰিলৈ উভতি যোৱা। তোমাৰ সৃষ্টিকৰ্তাই তোমাক বৰ ভাল পাইছে আৰু তুমিও তেওঁৰ গুৰিলৈ গৈ আনন্দ কৰা। তুমি মোৰ (প্ৰিয়) বান্দাৰ ভিতৰত দাখিল হলা আৰু এতিয়া মোৰ বিহিস্তত ঠাই লোৱাগৈ।"

গতিকে উক্ত আয়াতৰ দ্বাৰা প্ৰমাণিত হল যে নেককাৰসকলৰ ৰুহ সদায় উৰ্দ্ধগামী। এই সংসাৰৰ লগত নেক ৰুহসকলৰ একো সম্বন্ধই নেথাকে।



হজৰত মহম্মদ চল্লল্লাহু আলেইহে ওৱালিহি অচল্লমে মেৰাজ শৰিফলৈ যাওঁতে বিহিস্তত তেওঁ কোনো কোনো পয়গম্বৰক লগ পাইছিল; তদুপৰি তেখেতৰ উল্লেখযোগ্য যিটো সপোনৰ কথা আগেয়ে কৈ অহা হৈছে, সেই মতেও এয়ে প্ৰমাণ হয় যে নেককাৰ বান্দাৰ ৰুহ কেৱল মাত্ৰ বিহিস্তততহে স্থিতি লাভ কৰে। প্ৰকৃত কিয়ামত নোহোৱালৈকে এই ব্যৱস্থা এনেকৈয়ে চলি থাকিব।

মোটামুটিভাৱে এয়েই ইচলাম ধৰ্ম মতে পৰকালতত্ত্বৰ সাৰমৰ্ম। এই মতেই আমাৰ আমল সমূহক গঢ় দিয়া এতিয়াৰ পৰাই উচিত।

# শহিদে আজম
# বা
# শহিদে কাৰবালা

## আগকথা

হজৰত ৰছুলুল্লাহ চলল্লুহ আলেইহে ওৱালিহি অচল্লমে এই দুনীয়াৰ পৰা চিৰ বিদায় লৈ গুচি যোৱাৰ পাছত, সকলোৱে এক মত হৈ হজৰত আবুবকৰ ৰেজিয়াল্লাহ আনহুক খলিফা নিযুক্ত কৰিলে। হজৰত আবুবকৰৰ পিছত, হজৰত ওমৰ আৰু তেওঁৰ পিছত হজৰত ওচমান খলিফা হয়  হজৰত ওচমান বৰ ধৰ্মভীৰু খলিফা আছিল যদিও ওম্মিয়া বংশৰ উচ্চপদস্থ ৰাজ কৰ্মচাৰীসকলৰ প্ৰতি তেওঁ বৰ পক্ষ-পাতিত্ব দেখুৱাব লগাত পৰিছিল। কিয়নো তেওঁ নিজেই ওম্মিয়া বংশৰে মানুহ।

হজৰত ওচমানৰ এই পক্ষপাতিত্ব দোষৰ কাৰণে হাশেমী বংশৰ অৰ্থাৎ হজৰত মহম্মদৰ (দঃ) বংশৰ মানুহৰ মনত বিশেষভাৱে আঘাত লাগিছিল আৰু খলিফাৰ এই কাৰ্যত হাশেমী বংশীয় আৰু তেওঁলোকৰ ফলিয়া মানুহসকলে কেতিয়াও সমৰ্থন কৰা নাছিল।

এই বিলাক কাৰণতে মানুহে হজৰত ওচমান খলিফাক হত্যা কৰিবলৈয়ো কুণ্ঠিত হোৱা নাছিল।

হজৰত ওচমানে খলিফা হৈ থাকোঁতেই, আন আন উপযুক্ত মানুহ থকা সত্বেও, নিজ ওম্মিয়া বংশৰ মাবিয়া নামে এজন বৰ চতুৰ মানুহক চিৰিয়া দেশলৈ শাসনকৰ্তা বা আমিৰ নিযুক্ত কৰি পঠিয়াই দিলে। হজৰত ওচমানৰ ওফাতৰ পাছত হজৰত আলি (ৰঃ) খলিফ হয়। হজৰত আলি খলিফা হৈয়েই ওম্মিয়া বংশৰ অকৰ্মণ্য ৰাজ কৰ্মচাৰীসকলক বৰখাস্ত কৰি, তেওঁলোকৰ ঠাইত উপযুক্ত মানুহ নিয়োগ কৰিবলৈ ধৰিলে।



মাবিয়াৰো চিৰিয়াৰ শাসনকৰ্তাৰ গদীৰ পৰা নামিবৰ আদেশ জাৰী হলত, মাবিয়াই কিন্তু খলিফা হজৰত আলিৰ আদেশ অমান্য কৰি ৰহিল। খলিফাৰ আদেশ অমান্য কৰাৰ পৰিণতি যে যুদ্ধ, এই কথা তেওঁ ভালকৈ বুজিছিল।

ইপিনে খলিফা হজৰত আলিৰ (ৰেঃ) নিজৰ সৈন্যসকলৰ ভিতৰতে একতাৰ অভাৱ আছিল যদিও, খলিফাৰ হুকুম অমান্য কৰিব নোৱাৰি, মাবিয়াৰ বিৰুদ্ধে যুদ্ধ দিবলৈ সাজু হ'ল।

খলিফা হজৰত আলি (ৰেঃ) আৰু মাবিয়াৰ ভিতৰত যুদ্ধ আৰম্ভ হ'ল। কিন্তু হজৰত আলি যুদ্ধত জিকিল যদিও চতুৰ মাবিয়াই হজৰত আলিক এই যুদ্ধৰ জয় লাভৰ ফল ভোগ কৰিবলৈ নিদিলে। এইখিনিতে মাবিয়াই কৌশলত এনে এখন চক্ৰান্তৰ জাল বিস্তাৰ কৰিলে, যে এই জালত পৰি খলিফা হজৰত আলিয়ে সিংহাসন ত্যাগ কৰিবলৈ বাধ্য হ'ল।

হজৰত আলিৰ এই ভাগ্য বিপৰ্যৰ কাৰণে তেওঁৰ নিজৰ সৈ কিছুমানেই যে ঘাইকৈ দায়ী, এইটো সকলোৰে জনা কথা।

বাধ্য হৈ হজৰত আলিয়ে সকলোকে পৰিত্যাগ কৰি ইৰাকৰ কুফা নগৰত গৈ তাতে বাস কৰিবলৈ ধৰিলে। এই কুফা নগৰতে এদিন মছজিদত নামাজ পঢ়ি থাকোঁতে, মাবিয়াৰ গুপ্ত ঘাতকৰ হাতত আলি শহিদ হয়।

হজৰত আলিৰ পাছত তেওঁৰ ডাঙৰ চাহেবাজাদা হজৰত হাচান কুফালৈ আহি, কুফাৰ মানুহসকলৰ সহায়ত নিজকে খলিফা ঘোষণা কৰে।

এইটো সংবাদ পাই মাবিয়াই চিৰিয়াৰ পৰা সৈন্য চালনা কৰি কুফা আক্ৰমণ কৰালে। হজৰত হাচানে কিন্তু যুদ্ধ নকৰি মাবিয়াৰ লগত সন্ধি স্থাপন কৰিলে।

এই সন্ধিৰ সাৰমৰ্ম এয়ে আছিল যে মাবিয়া যিমান দিন জীৱিত থাকিব, মাবিয়ায়ে খলিফা হৈ থাকিব। তেওঁৰ মৃত্যুৰ পাছত হজৰত হাচানৰ সৰু ভায়েক হজৰত হুচেনক খলিফা পতা হব।

চতুৰ মাবিয়াই কিন্তু মনে মনে হজৰত হুচেনৰ পৰিবৰ্তে নিজৰ পুতেক এজিদকহে খলিফা পাতিবলৈ মতলব কৰিবলৈ ধৰিলে। মাবিয়া আৰু তেওঁৰ পুতেক এজিদে ভালদৰেই বুজিছিল যে হজৰত হাচান-হুচেন জীৱিত থাকে মানে তেওঁলোক কেতিয়াও নিৰাপদ নহয়। গতিকে চলে বলে কৌশলে হজৰত হাচান-হুচেনহঁতক এই দুনীয়াৰ পৰা চিৰ-

কাললৈ বিদায় কৰি দিয়লৈ ঘোৰ ষড়যন্ত্ৰত লিপ্ত হল।

এই কাৰণেই এজিদে পোন প্ৰথমে নিজৰ চোবাংচোৰাৰ হতুৱাই শান্ত প্ৰকৃতিৰ হজৰত হাচানক বিষ খুৱাই শ্বহীদ কৰি ললে।

ইতিমধ্যে মাবিয়া অন্তিম শয্যাত পৰি মৃত্যুৰ ঠিক পূৰ্বতে, এজিদক খলিফা পাতি, তেওঁ ঢুকাই। এজিদক এতিয়া পাই কোনে? নিজকে খলিফা ঘোষণা কৰি তেওঁ সকলো প্ৰজাৰে পৰা বশ্যতা স্বীকাৰ কৰাই ললে। অইনকি হজৰত হুচেনকো খলিফা এজিদৰ বশ্যতা স্বীকাৰ কৰাবলৈ আয়োজন কৰিলে।

এই কথাত হজৰত হুচেনৰ (ৰেঃ) আৰু তেওঁৰ দলৰ মক্কা মদিনাত থকা মানুহসকলৰ মনৰ ভিতৰত যেন জুই একুৰাহে জ্বলি উঠিল।

বিশেষকৈ ইৰাক দেশৰ কুফা নামে ঠাইৰ মানুহসকলৰ সহ্য নহল। কুফাৰ মানুহসকলে 'আহলেবয়ত' অৰ্থাৎ হজৰত ৰছুলে আকৰম ছাল্লাল্লাহ আলেইহে ওৱালিহি অচল্লমৰ বংশধৰসকলৰ প্ৰতি বৰ ভক্ত আছিল।

এই কাৰণেই হজৰত আলি (ৰেঃ) জীয়াই থকা কালতেই তেখেতে খলিফাৰ ৰাজধানী মদিনা শৰিফৰ পৰা উঠাই নি ইৰাক দেশৰ কুফা নগৰত স্থাপন কৰিছিলগৈ। এই কথাত মক্কা আৰু মদিনা শৰিফৰ মানুহসকলে বৰ ভাল পোৱা নাছিল যদিও, হজৰত আলিয়ে (ৰেঃ) সেই কথাত বিশেষ একো কাণ দিয়া নাছিল। এই কাৰণেই কুফাৰ মানুহসকলে হজৰত আলিক (ৰেঃ) আৰু তেওঁৰ বংশধৰসকলক বৰ ভাল পাইছিল।

কিন্তু কুফাৰ মানুহসকলৰ মন ইমান পাতল আছিল যে কোনো কথাতেই তেওঁলোকৰ দৃঢ়তা নাছিল। এইটো কুফাবাসীৰ জাতীয় স্বভাৱ। 'জোন যিপিনেই যায়, পাচলিও সেইপিনেই বাগৰে' বাক্যৰ নিচিনাকৈ যি ফালেই হেঁচা খাই, সেইফালেই তৎক্ষণাত তেওঁলোক বাগৰি পৰাৰ বৰ বেয়া স্বভাৱ আছিল। সেই হেঁচা খোৱাৰ সময়ত তেওঁলোকৰ অঙ্গীকাৰ, চুক্তি বা মিত্ৰতাৰ বিষয়ে কোনো গুৰুত্বই আৰোপ নকৰিছিল। যেনে-কৈয়ে হক তেতিয়া তেওঁলোকে নিজৰ নিজৰ প্ৰাণটো বচোৱাৰ কথাহে ভালকৈ বুজিছিল।

যেতিয়া চিৰিয়াৰ পৰা এজিদে নিজে খলিফা ঘোষণা কৰি, হজৰত হুচেনকো (ৰেঃ) খলিফাৰ আনুগত্য স্বীকাৰ কৰি লব লাগিব বুলি জাননী দি পঠিয়ালে, তেতিয়া মক্কা আৰু মদিনাৰ অধিবাসী



সকলোকৈয়ো কুফাৰ মানুহসকলৰহে খঙৰ কোবু আৰু চৰিল।

এই কাৰণেই হজৰত হুচেনক সিহঁতে চিঠিৰ ওপৰে চিঠি দি কুফালৈ অতি সোনকালে মাতি পঠিয়ালে। পুনৰ ৰাজ্য উদ্ধাৰ কৰিবৰ এয়ে সোণালী সুযোগ বুলি উচটায়ো দিলে।

এনেদৰে কুফাৰ পৰা সদায় উছাহপূৰ্ণ চিঠি আহিবলৈ ধৰাত, হজৰত হুচেনে তেখেতৰ দদায়েকৰ পুতেক মুচলিম বিন আকিল নামৰ ডেকা এজনক কুফালৈ গৈ হজৰত হুচেনৰ কাৰণে আনুষ্ঠানিকভাৱে কুফাবাসীসকলৰ পৰা আনুগত্যৰ শপত গ্ৰহণ কৰাবলৈ পঠিয়াই দিলে। ইয়াৰ কিছুদিন পাছত হজৰত হুচেন নিজেই কুফালৈ যাবলৈ প্ৰস্তুত হ'ল।

## হজৰত ইমাম হুচেনৰ (ৰেঃ) কুফা যাত্ৰা

ইতিপূৰ্বেই ইমাম হুচেন চাহাবে মদিনা শ্বৰিফৰ পৰা আহি মক্কাত আছিলহি। মক্কাৰ পৰাই তেখেতে কুফালৈ যাত্ৰা কৰিবলৈ উদ্যোগ কৰিলে।

ইমাম হুচেন চাহাবৰ আত্মীয়-স্বজন আৰু বন্ধু-বান্ধবসকলে যেতিয়া তেখেত কুফালৈ যোৱাৰ কথা শুনিলে, সকলোৱে বৰ দুখ প্ৰকাশ কৰিলে। কিয়নো এজিদ চৰকাৰৰ তৰফৰ পৰা কুফাৰ শাসন-কৰ্তা বা গভৰ্ণৰ আহি কুফাৰ শাসনভাৰ গ্ৰহণ কৰিলেহিয়েই। ভয়তে কুফাৰ মানুহসকলে কুফাৰ শাসনকৰ্তাৰ ওচৰত এজিদৰ আনুগত্য স্বীকাৰ কৰি লৈছে। এনেস্থলত কুফাৰ অধিবাসীসকলৰ কথাত সম্পূৰ্ণকৈ বিশ্বাস স্থাপন কৰিব নোৱাৰি। তদুপৰি এজিদৰ কঠোৰ ৰাজ্য শাসনৰ বিৰুদ্ধে যে কেতিয়াবা ভীৰু কুফাবাসীয়ে মূৰ দাঙিব পাৰিব, এইটো বৰ অসম্ভৱ কথা।

এনে অৱস্থাত ইমাম হুচেন চাহাবৰ আত্মীয় আৰু বন্ধু-বান্ধৱৰ ভিতৰত বহুতে তেখেতক এই সময়ত কুফালৈ নেযাবলৈ পৰামৰ্শ দিলে। কিন্তু ইমাম হুচেন চাহাবে বন্ধুসকলৰ পৰামৰ্শ গ্ৰহণ নকৰি, কুফাৰ অধিবাসীসকলৰ ওপৰত সৰল বিশ্বাস অটুট ৰাখি, কুফালৈ যাত্ৰা কৰাৰ সঙ্কল্পৰ পৰা বিৰত নহ'ল।

চাওঁতে চাওঁতে তেখেতৰ যাত্ৰা আৰম্ভ কৰাৰ সময় উপস্থিত হ'লহি। এনেতে তেখেতৰ মোমায়েকৰ পুতেক হজৰত আব্দুল্লা ইবনে আব্বাচে (ৰেঃ) ইমাম হুচেন চাহাবৰ গুৰিলৈ গৈ বৰ বিহ্বলচিত্তে কলেগৈ,

"ভাই হুচেন! চোৱা! পূৰ্বৰ পৰাই মই তোমাক কুফালৈ নেযাবলৈ কিমান বুজনি দিলোঁ, কিন্তু তুমি নুবুজিলা। পাছত মই মনে মনে থাকিম বুলিয়েই ভাবিছিলোঁ, কিন্তু মোৰ প্ৰাণে সহ্য নকৰিলে। কিয়নো কুফালৈ গলে তোমাৰ যে কি আলৈ-আপদ হ'ব, সেই দৃশ্য মই ছবিৰ নিচিনাকৈ চকুৰ আগতে দেখি আছোঁ। কুফাৰ মানুহৰ নিচিনা স্বাৰ্থপৰ মানুহ ক'তো নাই; সিহঁতৰ ওচৰলৈকে তুমি নেযাবা। বৰঞ্চ তুমি ইয়াতে থাকা। এই হেজাজৰ ভিতৰত (মক্কা, মদিনা, তায়েফ আৰু জিদ্দা---আৰবৰ এই ভূমিখণ্ডৰ নাম হেজাজ) তুমিয়েই আমাৰ খলিফা আৰু তুমিয়েই আমাৰ ৰজা।

যদি কুফাৰ চয়তানহঁতে তোমাক মাতিছে, সিহঁতক ইয়াৰ পৰাই জনাই দিয়া, যে এজিদ পক্ষক কুফাৰ পৰা আগেয়ে উলিয়াই দিলেহে তোমাৰ কুফা যাত্ৰা কৰাৰ কথা সম্ভৱ হ'ব পাৰে। কিয়নো মোৰ মতে এজিদৰ গভৰ্ণমেণ্ট চলি থকাৰ অৱস্থাত কুফালৈ যোৱা তোমাৰ কেতিয়াও উচিত নহ'ব।

ক'ব নোৱাৰো যদি কিবা কাৰণে তুমি মক্কা ত্যাগ কৰি যাবই বিচাৰিছা, তেন্তে যোৱা, কুফাৰ পৰিবৰ্তে দক্ষিণ মুৱা হৈ য়েমন প্ৰদেশলৈকে যোৱা। য়েমনৰ অধিবাসীসকল তোমাৰ দেউতাৰা হজৰত আলিৰ (ৰেঃ) এৰ ভক্ত আছিল আৰু তেওঁলোক সকলো এককথাৰ মানুহ। কথা ৰাখিব গৈ জীৱন পৰ্য্যন্ত দান দিয়াটো তেওঁলোকৰ কাৰণে অতি তুচ্ছ কথা। তদুপৰি সেই প্ৰদেশখনৰ প্ৰায় তিনিওফালে দুৰ্গম পৰ্বতেৰে আগুৰা আছে আৰু মানুহে সজা প্ৰকাণ্ড প্ৰকাণ্ড দুৰ্গৰো তাত অভাৱ নাই। সেই ঠাইৰ পৰাই তুমি কাচেদ বা কটকী পঠিয়াই এজিদৰে সৈতে পোনতে পত্ৰালাপ কৰিবলৈ আৰু শেষত দৰ্কাৰ হলে যুদ্ধ কৰিবলৈয়ো বিশেষ সুবিধা হ'ব। সেই ঠাইলৈ গলে তোমাৰ সৈন্য সংখ্যাও বাঢ়িব আৰু আল্লাই কৰিলে তাৰে পৰাই সৈন্য চালনা কৰি এজিদক ৰণত ঘটুৱাও সম্ভৱ হ'ব পাৰে।"

এই কথা শুনি ইমাম হুচেন চাহাবে উত্তৰ দিলে, "ভাই! মই জানো যে তুমি মোৰ প্ৰকৃত শুভাকাংক্ষী। কিন্তু মই যে কুফালৈ যাম বুলি দৃঢ় প্ৰতিজ্ঞা কৰি লৈছো আৰু এই প্ৰতিজ্ঞাৰ পৰা মোক কোনেও বিচলিত কৰিব নোৱাৰে।"

ইমাম হুচেন চাহাবৰ আকোঁৰগজালিকৈ ধৰা প্ৰতিজ্ঞাৰ কথা শুনি, হজৰত আব্দুল্লা ইবনে আব্বাচে আকৌ কলে,

"যদি তুমি আমাৰ কথা কোনোমতেই মানিব নোখোজা তেন্তে তুমি পৰিয়ালবৰ্গক, আন আন তিৰোতা মানুহসকলক আৰু ল'ৰা-ছোৱালীহঁতক অন্ততঃ লগত লৈ নেযাবা। মোৰ ঘোৰ আশঙ্কা হৈছে, হজৰত ওচমান (ৰেঃ) খলিফাক যেনেকৈ ল'ৰা-ছোৱালীৰ চকুৰ আগতে শত্ৰুৱে বধ কৰিলে, সেইদৰে কিজানি তোমাকো ল'ৰা-তিৰোতাৰ সমুখতে শত্ৰুৱে বধ কৰে।"

কিন্তু ফল একো নহ'ল। ইমাম হুচেন চাহাব নিজ প্ৰতিজ্ঞাত অটল হৈ থাকিল।

এইদৰে বহু মানুহে তেওঁক বুজায়ো তেওঁক প্ৰতিজ্ঞাৰ পৰা লৰচৰ কৰাব নোৱাৰিলে।

আব্দুল্লা বিন জাফৰ নামে তেখেতৰ দদায়েকৰ পুতেক এজনে মদিনাৰ পৰা চিঠি লিখি জনালে,

"ভাই হুচেন! মই তোমাক আল্লাৰ দোহাই দিছোঁ। এই চিঠিখন পঢ়া মাত্ৰকে যেন তুমি ল'ৰা-তিৰোতাসহ কুফালৈ যোৱাৰ সঙ্কল্প পৰিত্যাগ কৰা। এই পথ ধ্বংসৰ পথ। তোমাৰ এই সঙ্কল্পৰ কাৰণে তোমাৰ কথা এৰি দিলেও তোমাৰ ল'ৰা-তিৰোতা পৰ্য্যন্ত সকলোৱে জলাঞ্জলি দিব লাগিব। খোদায়ে নকৰক, যদি তুমি এই সংসাৰৰ পৰা এনেকৈ আঁতৰ হ'বলগীয়া হয়, তেন্তে জগতৰ নুৰে ইলাহিৰ বন্তিগছ যে অকালতে নুমাই যাব। এই সময়ত হেদায়তৰ নমুনা আৰু 'ইমানৰ' জেউতিৰ কেন্দ্ৰস্থল তুমিয়েই। ইমান খৰধৰ কৰি যাত্ৰা নকৰিবা, মই যাব ধৰিছোঁ।"

অকল এয়ে নহয়, অইনকি শত্ৰুপক্ষৰ পৰা মদিনাত গভৰ্ণৰ হৈ অহাজনো ইমাম হুচেনৰ কথা শুনি বৰ দুখ কৰিলে। এই উম্মীয় গভৰ্ণৰজনৰ নাম আছিল উমৰু বিন সয়িদ। এই উমৰু বিন সাঁয়িদেও আন মানুহৰ হতুৱাই চিঠি এখন লিখাই গভৰ্ণৰে নিজে তাত দস্তখত দি, চিঠিখন ইমাম হুচেনলৈ মনে মনে বিশ্বাসী মানুহ এজনৰ জৰিয়তে মক্কালৈ পঠিয়াই দিলে। চিঠিখনিত এইদৰে লিখা আছিল--

"মই আল্লাতালাৰ গুৰিত দোৱা কৰিছোঁ, যাতে ধ্বংসৰ পথৰ পৰা আল্লাতালাই আপোনাক উদ্ধাৰ কৰে। আল্লাই যেন আপোনাক শান্তি আৰু নিৰাপদতাৰ বাট দেখুৱায়।

কিয়নো মই শুনিবলৈ পাইছোঁ আপুনি বোলে ইৰাকৰ পিনে যাবলৈ প্ৰবল আগ্ৰহ দেখুৱাইছে। কিন্তু মই আপোনাৰ বিপক্ষ দলৰ মানুহ হৈয়ো আপুনি বিপদত পৰি ধ্বংস হৈ যোৱা বুলি শুনিলে, সহ্য কৰিব নোৱাৰিম।

অতএব মই আপোনাৰ দদায়েৰৰ পুতেক ভাই আব্দুল্লা বিন জাফৰক আন আন মুৰব্বিস্থানীয় মানুহৰে সৈতে আপোনাক আপাততঃ মদিনা শৰিফলৈ ঘূৰাই আনিবলৈ পঠিয়ালোঁ। অধিক কি লিখিম, চালাম।"

কিন্তু একোতে একো নহ'ল। ইমাম হুচেন চাহাবে ল'ৰা-তিৰোতা-সহ ইৰাক দেশৰ কুফা অভিমুখে যাত্রা কৰিলেই।

হেজাজৰ পৰা অৰণ্যে কিছুমান সৈন্য তেখেতৰ লগত গৈছিল। বাটত যাওঁতে যাওঁতে কেবা হেজাৰো বেদুইন আৰৱ, তেখেতৰ লগত মিলিত হৈ, দলটো ডাঙৰ হৈয়েই গৈ আছিল।

যাত্রা কৰাৰ কেইদিনমানৰ মূৰত ইমাম হুচেন চাহাব দলবল সহ ইৰাকৰ সীমান্ত ভূমিত ভৰি দিলেগৈ। কুফা এতিয়াও দূৰৈত। সীমান্তৰ 'চঙ্কাহ' নামে সৰু গাওঁ এখনত, আৰবৰ বিখ্যাত কবি ফৰজদকক লগ পালে। তেওঁ কুফাৰ ফালৰ পৰা আহিছিল। ইমাম হুচেন চাহাবে ফুৰজদক কুফাৰ মানুহসকলৰ মতি-গতিৰ বিষয়ে সোধাত ফৰজদকে কলে,

"কুফাৰ মানুহসকলৰ দিল আপোনাৰ লগত; কিন্তু সিহঁতৰ তৰোৱাল খাপমুক্ত হ'ব আপোনাৰ বিৰুদ্ধে।"

এই উত্তৰ শুনি ইমাম হুচেন চাহাবে কলে, "কথা সঁচা হ'বও পাৰে। কিন্তু চব কামৰে ভাৰ আল্লাৰ হাতত, আল্লাই যি ভাল দেখে সেয়ে হ'ব। যদি মোৰ উদ্দেশ্য সাধন হয়, তেন্তে মই আল্লাতালাৰ শুকুৰিয়ানা আদায় কৰিম। যদিহে আমি মৰিবই লাগে, তেন্তে শেষ মুহূৰ্তলৈকে আমি আমাৰ 'ইমানৰ' পৰীক্ষাত জয়ী হৈ শাহাদত লাভ কৰিম।"

এই বুলি কৈ ইমাম হুচেন চাহাবে সদলবলে সীমান্ত অতিক্রম কৰি আগবাঢ়িবলৈ ধৰিলে। গৈ গৈ কুফাৰ এখন বস্তিত সোমালগৈ। এই বস্তিখনৰ নাম হল 'জুৰুদ।'

এই ঠাইতেই ইমাম হুচেনে প্রথমতে শুনা পালে যে তেওঁ মক্কাৰ পৰা নায়েবে কৈ পঠিওৱা তেওঁৰ দদায়েকৰ পুতেক মুচলিম বিন আকিলক, কুফাৰ শাসনকর্তা আব্দুল্লা বিন জিয়াদে অতি নির্মমভাৱে হত্যা কৰি পেলাইছে।

অমঙ্গলৰ এই প্রথম বাতৰি শুনা পাই ইমাম হুচেন চাহাবে বাৰে বাৰে "ইন্নালিলল্লাহে অ ইন্না ইলেইহে ৰাজেউন" পঢ়িবলৈ ধৰিলে।



ইমাম চাহাবক এই অৱস্থাত দেখা পাই দলৰ কেইজনমানে তেখেতক এই বুলি কলে,

"গতি বিষম। এতিয়াও সময় আছে। আমি আপোনাৰ আৰু আপোনাৰ পো-পৰিয়ালৰ হকে, আল্লাৰ দোহাই দি কৈছোঁ, ব'লক আমি ইয়াৰে পৰা উভতি যাওঁহক। কুফাত আৰু এজনো আমাৰ ফলীয়া মানুহৰ অস্তিত্ব নাই, আৰু যদি চুকে-কোণে কোনোবা আছেও, সকলোৱে ভয়তে আমাৰ বিৰুদ্ধেহে থিয় দিব।"

## বিপদৰ উপৰি বিপদ

নিজৰ দলৰ মানুহেই উভতি যোৱাৰ পৰামর্শ দিয়াত ইমাম হুচেন চাহাবৰ মনত এতিয়াহে চিন্তা সোমাল। উভতি যোৱাৰ কথাও নিজে দ'কৈ ভাবিবলৈ ধৰিলে।

কুফাত নিহত হোৱা ইমাম হুচেনৰ নায়েব মুচলিম বিন আকিলৰ ভায়েক কেইজনমান মক্কাৰ পৰাই ইমাম চাহাবৰ দলত আছিল। তেওঁলোকে কিন্তু উভতি যোৱাৰ বিৰুদ্ধেহে মাত দি কলে,

"খোদাৰ কছম, আমি কেতিয়াও আমাৰ ভাই মুচলিম বিন আকেলৰ হত্যাৰ প্রতিশোধ গ্রহণ নকৰাকৈ এই ঠাইৰ পৰা কাপুৰুষৰ দৰে উভতি যাব নোৱাৰো। ভাইৰ নিচিনাকৈয়ে আমি মৰিম কিম্বা আমাৰ শত্রুক নিপাত কৰিম।"

ইমাম হুচেন চাহাব বৰ বিপাকত পৰিল। নিজৰ দলৰ কিছুমান মানুহে যেতিয়া উভতি ঘৰমুৱা হবলৈ ঘোৰ আপত্তি জনালে, তেখেত ইমাম হৈনো কেনেকৈ উভতি যাবলৈ মত দিব পাৰে? এওঁলোক যিস্থলত ইমাম চাহাবৰ বন্ধুৰূপে একেবাৰে মক্কাৰ পৰাই লগ লৈ আহিছিল, এতিয়ানো তেওঁলোকৰ বিক্ষোভত ইমাম চাহাবে কেনেকৈ সিহঁতৰ লগ এৰিব পাৰে?

যি হওক নহওক, ইমাম হুচেন চাহাবে এতিয়া বেছকৈ বুজি পালে যে তেওঁৰ দলৰ মানুহৰ ভিতৰতে দুদলৰ দুই মত হৈছে।

এই বিপাকত পৰি ইমাম হুচেন চাহাবে দলৰ মানুহসকলক সম্বোধন কৰি কলে,

"বন্ধুসকল! আমি ইয়াত আজি এটা বৰ ভয়ঙ্কৰ দুঃসংবাদ শুনিলোঁ। আজিলৈকে যি কেইজন আমাৰ চৰদাৰ কুফালৈ পঠিওৱা হৈছিল, যেনে---মুচলিম বিন আকেল, হানি বিন উৰুৱা আৰু আব্দুল্লা

বিন ৰকটৰ, তেওঁলোকক আৰু লগতে আমাৰ ফলীয়া আটাইবিলাক মানুহেই কুফাত বোলে এজিদৰ শাসনকৰ্তাৰ আদেশত নিৰ্মমভাৱে হত্যা কৰা হৈছে। বুজা গ'ল যে কুফাৰ আমাৰ সহায়কাৰীসকলেই এতিয়া আমাৰ বিৰুদ্ধাচৰণ কৰিছে। তেওঁলোক সকলোৱে কুফাৰ অত্যাচাৰী গভৰ্ণৰ আব্দুল্লা ইবনে জিয়াদৰ ভয়ত, তেওঁলোকে সকলো প্ৰতিশ্ৰুতি ভঙ্গ কৰিছে। বৰ্তমানে কুফা নগৰখন অত্যাচাৰী আৰু শক্তিশালী শত্ৰুৰ হাতত। গতিকে তাত আমাৰ আৰু এজনো সহায়কাৰী নাই। তোমালোকৰ ভিতৰতো যদি কোনোবাই এই অৱস্থাত মোৰ লগ এৰি গুচি যাব খোজা, তেন্তে যাব পাৰা। এই কথাত মই একো বেজাৰো নকৰোঁ আৰু আপত্তিও নকৰোঁ।"

ইমাম হুচেন চাহাবৰ এই উক্তি শুনা মাত্ৰকে, বাটে বাটে লগ লৈ অহা কেবাহেজাৰো বেদুইন আৰব ইমাম হুচেন চাহাবক পৰিত্যাগ কৰি যেয়ে যি পিনে পাৰিলে গুচি গ'ল। লগত থাকিল কেৱল মক্কাৰ পৰা অহা মানুহ কেইজনহে।

## শত্ৰু হুৰৰ অগা-ভেটা

ইতিমধ্যে ইমাম হুচেন চাহাবে নিজৰ তাকৰীয়া দলটোকে লৈ আকৌ কুফাৰ পিনে আগবাঢ়িবলৈ ধৰিলে। 'কাদদিয়া' নামৰ সৰু গাওঁ এখনত গৈ তেওঁলোকে জিৰণি ললে।

এই ঠাইতে কুফাৰ অত্যাচাৰী গভৰ্ণৰ আব্দুল্লা বিন জিয়াদৰ নিৰ্দেশ মতে হুৰ নামৰ বীৰ যোদ্ধা এজনক এহেজাৰ ফৌজ দি ইমাম হুচেনক বাট ভেটি ধৰিবলৈ পঠিয়াই দিলে। অকল বাট ভেটাই নহয়, যিকোনো প্ৰকাৰে যুদ্ধ নকৰাকৈ ইমাম হুচেনৰ দলটোক খেদি নি কুফাৰ শাসনকৰ্তা আব্দুল্লা ইবনে জিয়াদৰ দৰবাৰত হাজিৰ কৰাই দিব লাগে--এয়ে হুৰৰ ওপৰত আদেশ দিয়া হৈছিল।

এতিয়া ইমাম হুচেন চাহাবৰ দলটোৰ অৱস্থা আৰু বিষম হ'ল। কিয়নো এতিয়া আৰু উভতি যাওঁ বুলিলেও উভতি যোৱাৰ স্বাধীনতা নোহোৱা হ'ল। মুঠতে এওঁলোক এক ৰকম বন্দী হোৱাৰ দৰেই হ'ল।

জোহৰৰ নামাজৰ সময় হ'লত, ইমাম হুচেন চাহাবে অজু কৰি লৈ হুৰৰ লগত অহা কুফাৰ সৈন্যসকলক আৰু হুৰক সম্বোধন কৰি কলে ঃ

"বন্ধুসকল! আল্লাক সাক্ষী কৰি কৈছোঁ যে আমি নিজ ইচ্ছামতে কুফালৈ অহা নাই। তোমালোকে চিঠিৰ ওপৰত চিঠি দি, ইটোৰ পাছত



সিটো মানুহ পঠিয়াই, তোমালোকৰ ওপৰত আস্থা স্থাপন কৰিবলৈ বাধ্য কৰাতহে কাৰো হাক বচন নুশুনি, ল'ৰা-তিৰোতাক লৈ এই ঠাইত উপস্থিত হৈছোঁহি। তোমালোকেইতো কুফাৰ মানুহ. গতিকে তোমালোককেই আমি আমাৰ প্ৰকৃত বন্ধু বুলি ভাবি লৈছিলোঁ। এতিয়া আহা, তোমালোকৰ অঙ্গীকাৰৰ চিন স্বৰূপে মোৰ হাতত দীক্ষা গ্ৰহণ কৰি, শান্তি লাভ কৰা।"

ইমাম হুচেন চাহাবৰ বক্তৃতা শুনি সকলো মানুহেই মনে মনে থাকিল। একো উত্তৰ নাই।

এনেতে আজান হ'ল। ইমাম হুচেন চাহাবে হুৰক সুধিলে, "তোমালোকে বেলেগে নমাজ পঢ়িবা নেকি?"

হুৰে উত্তৰ দিলে, "নহয় আপুনি ইমামতি কৰক, আমি সকলোৱে আপোনাৰ লগতে নমাজ পঢ়িম।"

দোস্ত-দুশমন সকলোৱে একেলগ হৈ একে জামাততে জোহৰ নমাজ আদায় কৰিলে।

তাৰ পাছত 'আচৰৰ' নমাজো এইদৰে সকলোৱে একে জামাততেই আদায় কৰিলে।

কিন্তু হুৰ বা তেওঁৰ সৈন্যসকলৰ ভিতৰৰ পৰা এজনেও ইমাম হুচেন চাহাবৰ কথাৰ উত্তৰ নিদি এতিয়াও নীৰৱ হৈয়েই ৰ'ল।

সেই কাৰণে ইমাম হুচেন চাহাবে আকৌ সকলোকে সম্বোধন কৰি কলে,

"হে কুফাবাসীসকল! আল্লাৰ কাৰণে যদি তোমালোকৰ মনত ভয় আছে, আৰু হকদাৰৰ হক যদি তোমালোকে চিনি পোৱা, তেনেহলে আল্লাতালাৰ খুসী হাচিল কৰিবলৈ তোমালোকে মোৰ লগত হাত মিলাবই লাগিব। তোমালোকে নিশ্চয় জানা যে 'আহলে বয়ত' সকলেই মুচলিম জগতৰ খলিফা হোৱাৰ প্ৰকৃত হকদাৰ। কিন্তু এজিদহঁত আহলে বয়ত নহয়। সিহঁতে গাৰ বলেৰে অন্যায়ৰূপে তোমালোকৰ ওপৰত হুকুম চলাইছে। এই অন্যায় কথাটো যদি তোমালোকে বুজিও নুবুজা, একো প্ৰতিবাদো নকৰা আৰু মোৰে সৈতে কৰা অঙ্গীকাৰ প্ৰতিশ্ৰুতি আদিৰ কথা যদি এতিয়া পাহৰি যাব খোজা, তেন্তে মুখ খুলি কোৱা, মই এতিয়াই আজিয়েই এই ঠাইৰপৰা উভতি যাওঁ।"

হুৰে এইবাৰ মুখ খুলিবলৈ বাধ্য হৈ কলে, "ৰ'ব ইমাম চাহেব, আপুনি নো কি চিঠিৰ কথা আৰু প্ৰতিশ্ৰুতিৰ কথা বাৰে বাৰে আমাৰ

মানুহসকলক শুনাই আছে। আপোনালৈ তেনেবিধৰ চিঠিবিলাক কোনে দিছিল আমি ক'ব নোৱাৰোঁ। আমি হলে দিয়া নাছিলোঁ।"

হৰৰ মুখত এই কথা শুনা পাই, ইমাম হুচেন চাহাবে চামৰাৰ মোনা এটাৰ পৰা এজাপ চিঠি হৰৰ আগত উলিয়াই দিলে। এইবিলাক দেখা পাই হৰে সেইবিলাকৰ পিনে ঘূৰিকে নেচাই মাত্ৰ ইয়াকেহে কলে, "ইমাম চাহাব! মই চৰকাৰী হুকুম ইয়াকেই লৈ আহিছোঁ যে আপোনালোকক যেনেকৈ পাৰোঁ কুফাৰ গভৰ্ণৰ আব্দুল্লা ইবনে জিয়াদৰ দৰবাৰত হাজিৰ কৰাই দিব লাগে। তাকেই কৰিম আৰু আপোনাৰ চিঠিবিলাকৰ কথাত ব্যস্ত থাকিবলৈ মোৰ হুকুম নাই।"

হৰৰ এই উক্তি শুনি ইমাম হুচেন চাহাবে তাচ্ছিল্যৰ হাঁহি এটা মাৰি কলে,--

"আমি বৰং মৃত্যু বৰণ কৰিব পাৰোঁ, কিন্তু তোমাক চৰকাৰী হুকুম তামিল কৰিবলৈ সুবিধা নিদিওঁ।"

এইদৰে কথা-বতৰা হোৱাৰ পাছত, ইমাম হুচেন চাহাবে নিজৰ [illegible]টো লৈ এপিনে যাবলৈ ওলাল। কিন্তু তৎক্ষণাত হৰে নিজৰ ফৌজ লৈ ইমাম হুচেনৰ দলটোক আগুৰি ধৰিলেহি।

ইয়াকে দেখা পাই, ইমাম হুচেন চাহাবৰ বৰ খং উঠিল। খঙতে ৰঙা পৰি হৰক কলে,

"হৰ! তোমাৰ আয়েৰাক নিপুত্ৰক কৰিব খুজিছা নেকি? (এই কথাৰ অৰ্থ হল, তোমাক হত্যা কৰিম)

এই কথা শুনি হৰৰো বৰ খং উঠিল আৰু কলে,--

"ইমাম চাহাব, এইবিলাক কথাত মোৰ আইৰ নাম নুলিয়াব। আজি যদি আপুনি নহৈ এই কথা আন মানুহে কলে হয় তেন্তে মই তাক এতিয়াই উচিত শাস্তি দিলোঁ হয়।"--

ইমাম হুচেন চাহাবে কলে,--

"তেনেহলে তোমালোকেনো বাৰু আমাক এইদৰে আগভেটি ধৰিছা কেলেই? তোমালোকক লাগে কি?"

হৰে উত্তৰ দিলে,--

"আমি কেৱল তোমালোকক কুফাৰ গভৰ্ণৰ ওবেদুল্লা বিন জিয়াদৰ গুৰিলৈ লৈ যাবলৈ খুজিছোঁ।"

ইমাম হুচেন চাহাবে কলে, "ওঃ নহয়, আমি তোমালোকৰ হুকুম মতে কলৈকো নেযাওঁ।"



এইৰূপে দুয়ো পক্ষৰ ভিতৰত অৰিয়াঅৰি লগাৰ পাছত তাতে সেই মুহূৰ্তৰে যুদ্ধৰ সম্ভাৱনাই দেখা দিলে। কিন্তু হৰে পাছত সংযত হৈ কলে,--

"আপোনালোকৰ লগত যুদ্ধ কৰিবলৈ মোক কুফাৰ গভৰ্ণৰে হুকুম দিয়া নাই। গতিকে মই চৰকাৰী হুকুম অনুসৰি কেতিয়াও যুদ্ধ কৰিব নোৱাৰো। কেৱল আমি যেনেকৈ পাৰোঁ ওবেইদুল্লা ইবনে জিয়াদৰ গুৰিত নি আপোনালোকক হাজিৰ কৰি দিবই লাগিব। এই এহেজাৰ কুফাৰ অশ্বাৰোহী সৈন্যৰ ফৌজটো এই কাৰণেই মোৰ লগত দিছে।

যদি আপোনালোক কুফালৈ যাবলৈ ইমানেই অনিচ্ছুক, তেন্তে এটা কাম কৰক—আপোনালোকে যদি এই ঠাইৰ পৰা নলৰো [illegible] প্ৰতিশ্ৰুতি দিয়ে তেন্তে কেইদিনমানৰ কাৰণে আপোনালোকক আমনিৰ পৰা ৰেহাই দিব পাৰোঁ। অব্যাহতিৰ এই কালচোখৰত, হয় এজিদলৈ নহলে কুফাৰ শাসনকৰ্তা ওবেইদুল্লা ইবনে জিয়াদলৈ, ইয়াৰ পৰা উভ[illegible] যাবলৈ অনুমতি প্ৰাৰ্থনা কৰক।"

হৰৰ এই পৰামৰ্শত ইমাম হুচেন চাহাবে খং কৰি কলে,--

"মই তেওঁলোকৰ বশ্যতা এইদৰে স্বীকাৰ কৰি ল'ব নোখোজোঁ। গতিকে চিঠিও নিলিখোঁ আৰু মোৰো যি ইচ্ছা তাকেই কৰিম। যলৈকে ইচ্ছা যাম। যুদ্ধ কৰিবলগীয়া হলেও তোমাৰ বাধা আমি গ্ৰাহ্য নকৰোঁ।"

হৰৰ কিন্তু পেটে পেটে 'আহলে বয়তৰ' ওপৰত কোনো ৰকম জোৰ-জুলুম কৰিবলৈ মুঠেই ইচ্ছা নাছিল। পাৰিলে আপোচ-মীমাংসা কৰিয়েই এই অশোভনীয় ঘটনাৰ পৰিসমাপ্তি কৰাটো ভাল বুলিয়েই বিবেচনা কৰিছিল।

সেই কাৰণে হৰে ইমাম হুচেন চাহাবক আকৌ কলে,

"বাৰু মযে আপোনালোকৰ উভতি যোৱাৰ অনুমতি বিচাৰি ওবেয়দুল্লা বিন জিয়াদলৈ চিঠি লিখোঁ। কিন্তু উত্তৰ নহালৈকে আপোনালোকে যেন এই ঠাইৰ পৰা লৰচৰ নহয়। অৱশ্যে কুফাৰ পিনে আগবাঢ়ি গলে আমি একো বাধা নিদিওঁ, কিয়নো এইটো কথা মোৰ চৰকাৰী হুকুমৰ ভিতৰতে পৰিছে।"

ইমাম হুচেন চাহাব মান্তি হ'ল। কিন্তু সেই ঠাইত পানীৰ কষ্ট কাৰণে, তাতে বৈ নেথাকি আৰু অলপ আগবাঢ়ি গৈ 'বয়জা' নামে এখন গাঁৱত তম্বু পেলালেগৈ।

এই ঠাইতে এদিন কোনো এক নমাজৰ পাছত ইমাম হুচেন চাহাবে এটা বক্তৃতা আৰম্ভ কৰি দুয়ো পক্ষৰ মানুহসকলক সম্বোধন কৰি কলে,

"বন্ধুসকল! হজৰত ৰছুলে আকৰম চলল্লাহু আলেইহে ওৱালিহি অচল্লমে এইদৰে কৈ গৈছে যে যি সকল মানুহে খোদাৰ আইনভঙ্গকাৰী জালিম হাকিমৰ অত্যাচাৰ-অবিচাৰ দেখা পায়ো চকু মুদি থাকে, তেন্তে সেইবিলাক মানুহেও পয়গম্বৰৰ (দঃ) সুন্নতৰ বিৰুদ্ধে যায় আৰু আল্লাৰ গুৰিতো সেইজন মানুহ দোষণীয় হয়।

এতিয়া চোৱাচোন বাৰু, ইৰাকৰ মানুহ সকলে কি কাম কৰিব ধৰিছে? এওঁলোক শয়তানৰ মুৰিদ (শিষ্য) হৈছেনে নাই? কোৰাণ কিতাবৰ আইনৰ মৰ্য্যাদা ভাঙি দিছেনে নাই? হাৰামক হালাল আৰু হালালক হাৰাম কৰিছেনে নাই? ময়ে এই এজিদপন্থীহঁতৰ গুণাহৰ প্ৰতিবাদ কৰিবলৈ সকলোতকৈ অধিক হকদাৰ নহওঁনে?

এইবিলাক গুণাহৰ প্ৰতিবাদ কৰিবলৈ যে মোৰেই যোগ্যতা বেছি আছে, তোমালোকৰ পৰা পোৱা ৰাশি ৰাশি চিঠিয়েই দেখোন এই কথাৰ প্ৰমাণ দি আছে। তোমালোকেই এই চিঠিৰ দ্বাৰাই মোৰ আনুগত্য স্বীকাৰ কৰি, এজিদৰ দগাবাজিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ মোক ইমাম বা চৰদাৰ বুলি মানি লোৱা নাছিলানে? গোটেই ইৰাক দেশজুৰি তোমালোকেই মোৰ নিশানৰ তলত থাকি, আহলে বয়তৰ দগাবাজ প্ৰতিদ্বন্দীহঁতৰ বিৰুদ্ধে কঠোৰ হস্তে যুঁজিবলৈ প্ৰতিশ্ৰুতি দিয়া নাছিলানে? আজি ক'লৈ গ'ল তোমালোকৰ সেই প্ৰতিশ্ৰুতি? আজি ক'লৈ গ'ল তোমালোকৰ সেই পুণ্য মনৰ বল-শক্তি? আজি ক'ত গ'ল তোমালোকৰ সেই আহলে বয়তৰ প্ৰতি প্ৰাণৰ দৰদ ও মৰম? ময়ে কি সেই মহামতি প্ৰবল প্ৰতাপী হজৰত আলিৰ (ৰেঃ) ও হজৰত ফাতেমাৰ (ৰেঃ) একমাত্ৰ জীৱিত সন্তান নহওঁনে? ময়ে কি সেই বিশ্ব নবী ও হবিবে খোদা চলল্লাহু আলেইহে ওৱালিহি অচল্লমৰ নাতিয়েক নহওঁনে? পাহৰি গ'লা এতিয়া চৰ কথা?

আজি হিংসুক এজিদৰ ধমকি খাই আৰু ওবেয়দুল্লা বিন জিয়াদৰ ফন্দীত পৰি অতীত পাহৰি গ'লা? পাহৰিলে কিন্তু নহ'ব। তোমালোকে নিজেই নিজৰ হানি কৰিবলৈ ওলাইছা। তোমালোকৰ নেক আমল নিজেই দুনীয়াৰ লালচত বেচিবলৈ ওলাইছা। তোমালোকৰ ঘৃণনীয় কামৰ কাৰণে, মনত ৰাখিবা তোমালোক নিজেই দায়ী। আচ্চালামু আলেইকুম ও ৰহমতুল্লাহেৱ বৰকাতুহ।"



ইমাম হুচেন চাহাবৰ এই দীঘলীয়া বক্তৃতা শুনি হুৰে মাত লগালে,

"ইমাম চাহাব! আপোনাৰ বক্তৃতাই দেখোন আমাক আপোনাৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈহে উদ্‌গনি দিয়া যেন অনুভৱ কৰোঁ। কিন্তু যুদ্ধ এবাৰ আৰম্ভ হলে পোনতে আপুনিয়েই প্ৰাণ হেৰুৱাব লাগিব।"

হুৰৰ এই বেঅকুফৰ নিচিনা উত্তৰ শুনি ইমাম হুচেন চাহাবৰ বৰকৈ খং উঠাত হুৰক ডবিয়াই কলে,

"হুৰ! তুমি দেখোন বাৰে বাৰে মোক মৃত্যুৰ কাৰণে ভয় দেখুৱাই আছা। তোমাৰ মনৰ অৱস্থা ইমান হীন স্তৰলৈ নামি গৈছে যে তুমি মোক বধ কৰাৰ কথাও মুখত আনিব পাৰিছা। তোমাক নো মই কি উত্তৰ দিম ক'ব নোৱাৰো। কিন্তু তুমি নিশ্চয় জানিবা ময়ো এজন বীৰ পুৰুষ। সত্যৰ কাৰণে প্ৰাণ হেৰুৱাবলগীয়া হলেও, সেই মৃত্যুত একো গ্লানি নাই বৰং সেইটো শ্বহীদৰ হে মৌত।"

হুৰ মনে মনে থাকিল।

ৰাতিও হ'ল, সকলোৱে নিজৰ নিজৰ ঠাইত গৈ বিশ্ৰাম ললেহি। ঠিক ফজৰৰ সময়ত বহুত দূৰৈৰ পৰাই আৰবী গীতৰ সুৰ এটা আহি আহি সকলোৰে কাণত পৰিল। সকলোৱে ভালকৈ কাণ পাতি শুনিবলৈ ধৰিলে। জনমানৱহীন মৰুময় ঠাইৰ দোকমোকালিতে নিস্তব্ধতাৰ মাজেদি আগন্তুকৰ সেই গীত কেঁফাকি এতিয়া আহি ভাল দৰেই সকলোৰে কাণত পৰিলহি। গীতৰ পদ কেফাকিৰ সাৰমৰ্ম বুজি দুয়ো দলৰ মানুহেই চক্ খাই উঠি চকু মোহাৰি মোহাৰি বাজলৈ ওঁলাই আহিল।

গীতটো শুনি ইমাম হুচেন চাহাবে ভাবিলে এৱেঁই কুফাত থকা তেওঁৰ দলৰ মানুহ আৰু হুৰে ভাবিলে হয় আমাৰে কোনোবা শত্ৰু আহিছে।

আৰবী গীতটোৰ পদ কেইফাঁকি প্ৰায় এইৰূপ আছিল,

(১)

"আহিছোঁ আমি উটত উঠি,
উটেই আমাৰ সম্বল।
ভয় নকৰা উট তুমি
নহ'বা একোতে চঞ্চল॥

( ২ )

খোজতে খোজ ধৰি
আগবাঢ়ি যোৱা।
এন্ধাৰৰ জপা ভাঙি
হয়হে ৰাতিপুৱা ॥

( ৩ )

পিঠিত তোমাৰ কোন মুচাফিৰ
তালৈ ভাবি চোৱা।
পুণ্যকামী তীৰ্থযাত্ৰীযাৰ
লগ লগাই দিয়া ॥

( ৪ )

বহল বুকুৰ বীৰ পুৰুষ
সবাতকৈ তেওঁ মানী।
নহক যেন আল্লাতালা
একোতে তেওঁৰ হানি ॥"

উক্ত গীতটিৰ কথাফাঁকিত যে ইমাম হুচেন চাহাবকে বুজাইছে, এই কথাত একো ভুল নাই। গতিকে ইমাম হুচেন চাহাবে মনে মনে ভাবিলে যে বৰ অপ্ৰত্যাশিতভাৱে আজি ৰাতিপুৱাতে, তেওঁ এই পুণ্য বাণী শুনি বৰ শান্তি লাভ কৰিলে। তেখেতক যে পুণ্যকামী তীৰ্থযাত্ৰী ৰূপে বৰ্ণনা কৰিছে, এই কথাত বাচি থাকিলেও ভাল শ্বহীদ হলেও একো আপত্তি নাই। তেওঁ সচাকৈয়ে এজন অভিনৱ তীৰ্থযাত্ৰী।

আনপিনে হুৰে খণ্ডতে জ্বলি পকি আগবাঢ়ি গৈ দেখা পালে যে সেই গীত গোৱা উট চৰাৰি এজন নহয়, চাৰিজন। হুৰে তেওঁলোকক বন্দী কৰি লৈ আহিল। পাছে হুৰে তেওঁলোকক ভালকৈ সোধ-পোচ কৰাত জানিব পাৰিলে যে তেওঁলোক কুফাৰ পৰাই আহিছে আৰু এজিদৰ আনুগত্য স্বীকাৰ কৰা দলৰ মানুহ। গতিকে হুৰে তেওঁলোকক আটক কৰি ৰখাৰ একো কাৰণ নেথাকিল। যদিও কিন্তু ভিতৰে ভিতৰে এই চাৰিজন মানুহ ইমাম হুচেন চাহাবৰ পিনেই আছিল।



ইমাম হুচেনে সুবিধা বুজি, এই চাৰিজন মানুহক মনে মনে লগ ধৰি কুফাৰ জনসাধাৰণৰ বিষয়ে সোঁধাত, টিৰমাহ বিন আদি নামৰ সেই গীত গাই অহা মানুহজনে কলে,

"কুফাৰ সকলোবোৰ মুখিয়াল মানুহকে শাসনকৰ্তাই চলে-বলে কৌশলে কিম্বা পইচা-পাই ভেটী দি নিজৰ পিনে কৰি লৈছে। আপোনাৰ তৰফৰ মানুহসকল যি তাত আছিল আৰু আপুনি পঠিওৱা কাচিদ বা টেকেলা ৰূপে যিসকল আছিল, সেই সকলোকে ৰাজপথত প্ৰকাশ্যভাৱে হত্যা কৰি পেলাইছে। আজি আৰু কুফাত আপোনাৰ এজনো সাহায্যকাৰী নাই। এতিয়া আপুনি এটা কাম কৰিলে হয়তো এই বিপদৰ পৰা নিস্তাৰ পাবও পাৰে।"

এই বুলি কৈ আগন্তুক টিৰমাহ বিন আদিয়ে চাৰিওপিনে ভালদৰে চাই মেলি, অতি সতৰ্কভাৱে হজৰত ইমাম হুচেন চাহাবৰ কাণৰ কাষলৈ মুখ নি, ফুচফুচাই এই বুলি পৰামৰ্শ দি কলে,

"মই কুফাত অসংখ্য সৈন্য সমাবেশ কৰা দেখি আহিছোঁ। তিমান সংখ্যক সৈন্য ইয়াৰ আগেয়ে মই কেতিয়াও একেঠাইতে থুপ খোৱা দেখা নাছিলোঁ। এই আটাইবিলাক সৈন্য-সমাবেশ একমাত্ৰ আপোনাৰ বিৰুদ্ধেই পঠিয়াবৰ যো-যা কৰিছে।

এতিয়াও সময় আছে। আজি ৰাতিৰ ভিতৰতেই হুৰৰ ফৌজটোক অতৰ্কিতে আক্ৰমণ কৰি, সিহঁতক ছাৰখাৰ কৰি দি, আপোনালোক সকলোৱে আমাৰ লগ ধৰক। আমি আমাৰ পাৰ্বত্য অঞ্চলৰ আবাসস্থানলৈ যাবলৈ আহিছোঁ। সেই ঠাইত আপোনালোক সকলোৱে নিৰাপদে থাকিব পাৰিব। মই আল্লাৰ শপথ খাই কৈছোঁ যে মাত্ৰ দহদিনমানৰ ভিতৰতেই, সেই ঠাইৰ পৰা অন্ততঃ ২০ হাজাৰ বাহাদুৰ যোদ্ধা তৰোৱাল লৈ আপোনাৰ সহায়াৰ্থে আহি যোগ দিবহি। কাৰ সাহস তেতিয়া আপোনাৰ বিৰুদ্ধে থিয় দিব পাৰে?"

এই গোপন পৰামৰ্শ শুনি, ইমাম হুচেন চাহাবে কলে,

"আল্লাই তোমাৰ ভাল কৰক। কিন্তু বৰ্তমানে মই তোমাৰ পৰামৰ্শমতে কাম কৰিব নোৱাৰিম, কিয়নো বৰ্তমানে মই হুৰৰ লগত মৌখিক চুক্তি এটাত আবদ্ধ আছোঁ। এই চুক্তি অনুসৰি ওবেয়দুল্লাহ বিন জিয়াদৰ পৰা হুৰে লিখা চিঠিৰ উত্তৰলৈ মই বাট চাবই লাগিব।"

## হজৰত ইমাম হুচেনৰ (ৰেঃ) সপোন

উদ্ধাৰৰ এই এটা সুযোগ গ'ল। ইমাম হুচেন চাহাবৰ দৃঢ় বিশ্বাস হৈছিল যে মৰণৰ পিনেহে তেওঁ তিল তিলকৈ আগবাঢ়ি যাব ধৰিছে। দিনতে এইবিলাক ঘটনা তেওঁৰ মনৰ ভিতৰত তোলপাৰ লগাই আছিল। ভাবি থাকোঁতে থাকোঁতে যে কেতিয়া তেওঁৰ টোপনি আহিল ক'বই নোৱাৰিলে। অলপ পৰৰ পাছত কিন্তু তেখেতে হঠাৎ চক খাই টোপনিৰ পৰা সাৰ পালে। চকু মেলিয়েই "ইন্নালিল্লাহে অইন্না ইলেইহে ৰাজেউন" পঢ়িবলৈ ধৰিলে।

তেখেতৰ পুতেক আলি সেই সময়ত বৰায়েকৰ শুৰিতে বহি আছিল। বৰায়েকে অসময়ত এনেকৈ বাৰে বাৰে ইন্নালিল্লাহ পঢ়াৰ কাৰণ সুধিলত ইমাম হুচেন চাহাবে কলে,

"হে মোৰ প্ৰিয় সন্তান আলি, মই টোপনি গৈছিলোঁ, এনেতে সপোনত দেখোঁ যে এজন অশ্বাৰোহী সৈন্যই ঘোঁৰা চেকুৰাই দিছে, কিন্তু তেওঁৰ কান্ধৰ ওপৰত মূৰটো নাই, কেৱল দেহটোহে ঘোঁৰাৰ পিঠিত। 'মৰণ' যেন তেওঁৰ পাছে পাছে খেদি গৈছে এনেহেন লাগিল। মই কিন্তু বুজিলোঁ যে মোৰ মৃত্যুৰ এয়ে আগজাননী।"

এই ভয়ানক সপোনৰ কথা শুনি পুতেক আলিৰ মুখ ক'লা পৰি গ'ল। বৰায়েকক কলে,

"আল্লাই যেন আপোনাক বেয়া দিন নেদেখুৱায়। আব্বাজান! আমি কি সত্য পথত নাই?" বৰায়েকে কলে, "নিঃসন্দেহে আমি সত্যৰ পথত আছো।"

বৰায়েকৰ উত্তৰ শুনি পুতেক আলিয়ে কলে,

"তেনেহলে মৰিবলৈ আমাৰ কিহৰ ভয়"? ইমাম হুচেন চাহাবৰ এইজনা চাহেবজাদা আলি আকবৰ নামে জনাজাত আছিল। এৰেঁই তেখেতৰ সন্তানৰ ভিতৰত প্ৰথমে শ্বহীদ হৈছিল।

## ওবায়দুল্লা ইবনে জিয়াদৰ চিঠি

ইমাম হুচেন চাহাবে ওবায়দুল্লা ইবনে জিয়াদৰ পৰা হুৰৰ চিঠিৰ উত্তৰ পাবলৈ অপেক্ষা কৰি কৰি অধৈৰ্য্য হৈ আছিল। সেই কাৰণে এদিন ৰাতিপুৱাতে তেখেতে দলবল সহ এপিনে যাবলৈ প্ৰস্তুত হ'ল। কিন্তু উপাই নাই, হুৰৰ সৈন্যসকল আহি তৎক্ষণাত বাধা দিলেহি।



গধূলি সময়ত কুফাৰ ফালৰ পৰা ঢাল তৰোৱালেৰে সুসজ্জিত অশ্বাৰোহী সৈন্য এজন আহি, হুৰৰ সমুখত উপস্থিত হৈ চালাম জনাই, জেপৰ পৰা চিঠি এখনি উলিয়াই হুৰৰ হাতত দিলে।

এইখনেই, ইমান দিন অপেক্ষা কৰি থকা ওবায়দুল্লা ইবনে জিয়াদৰ চিঠি। চিঠিখনত এইদৰে লিখা আছিল,

"হুচেনক কতো শান্তি নিদিবা। চাবা যেন দুৰ্গ আদি থকা ঠাইত, কিম্বা গছ-বিৰিখ থকা ঠাইত তেওঁ যেন আডডা পাতিব নোৱাৰে। তেওঁলোকক চাৰিওফালে মুকলি থকা মইদান এখনত ৰাখিবলৈ বাধ্য কৰিবা। পত্ৰবাহী এই মানুহজন সদায় তোমাৰ লগত থাকি, তোমাৰ কামৰ বিৱৰণী মোক দি থাকিব। এয়ে চৰকাৰী হুকুম।"

হুৰে হজৰত ইমাম হুচেন চাহাবক চিঠিৰ সকলো কথা জনাই কলে,

"এই চৰকাৰী হুকুম মতে চলাৰ বাহিৰে মোৰ একো আৰু অন্য উপাই নাই। মোৰ হাত-ভৰি বান্ধি দিয়া হৈছে। এতিয়া আপোনালোকক মই গছ-বিৰিখ নোহোৱা, পানী-দুনি নথকা মুকলি ময়দান বাহিৰে আৰু আন কোনো ঠাইত নামিব দিব নোৱাৰিম।"

ওবায়দুল্লা ইবনে জিয়াদৰ চিঠিৰ উত্তৰ যে এনেকুৱা কঠোৰ হ'ব পাৰে, ইমাম হুচেন চাহাবৰ ধাৰণাৰ অতীত আছিল। এই কাৰণে তেওঁ বহুত দুখ প্ৰকাশ কৰিলে তেওঁৰ এই অৱস্থা দেখা পাই নিজৰ দলৰ মানুহ এজনে তেওঁক গোপনে হুৰৰ ফৌজটোৰ ওপৰত আক্ৰমণ কৰিবলৈ পৰামৰ্শ দিলে। কিয়নো যিটো ফৌজ পাছত আহিব ধৰিছে, সেই ফৌজটোৰ লগত যুদ্ধ কৰা অসম্ভৱ। এতিয়াই হুৰৰ ফৌজৰে সৈতে যুদ্ধ কৰি পৰাস্ত কৰিবলৈ সম্পূৰ্ণ আশা আছে।

কিন্তু ইমাম হুচেন চাহাবে পোন প্ৰথমে শত্ৰুক আক্ৰমণ কৰি যুদ্ধ আৰম্ভ কৰি দিয়াৰ পক্ষপাতী নাছিল।

এই কাৰণে দলৰ মানুহজনে আকৌ কলে,

"তেন্তে বলক, সৌ গাওঁখন যে ইয়াৰ পৰা ৰিণিকি ৰিণিকি দেখা গৈছে, তালৈয়ে যাওঁহক। তাত পানীৰ অভাৱ নহব, কিয়নো বিশাল ইয়োফ্ৰেটিচ নৈখন সেই ঠাইৰ কাষেদিয়েই বৈ গৈছে।"

ইমাম হুচেন চাহাবে সুধিলে, "সেই ঠাইখনৰ নাম কি?" উত্তৰ হল "আকৰ।"

'আকৰ' নামটো শুনিয়েই ইমাম হুচেন চাহাব চক খাই উঠি, এইতো বৰ বেয়া নাম বুলি কলে। কিয়নো আকৰ মানে আৰবী ভাষাত

নিস্ফল হোৱা বুজায়। গতিকে সেই ঠাইলৈ যাবলৈ তেওঁ মান্তি নহ'ল। শেষত গৈ তেওঁলোকে এখন জনমানবহীন বিশাল মৰুভূমিৰ দৰে ময়দানত শিবিৰ স্থাপন কৰিবলৈ বাধ্য হ'ল। সেই ঠাইৰ পৰা ইয়োফ্রেটিচ নৈৰ পাৰ ভালেখিনিমান দূৰৈত। ইমাম হুচেন চাহাবে যেতিয়া সেই ঠাইডোখৰৰ নাম কাৰবালাৰ ময়দান বুলি জানিব পাৰিলে, তেওঁ সন্তুষ্ট হ'ব নোৱাৰিলে। কিয়নো 'কাৰবালা' মানেই হ'ল দুখ আৰু বিপদ। কিন্তু এতিয়া আৰু দুখ কৰিলে একো লাভ নাই। হুৰৰ ফৌজে চাৰিওফালে আগুৰি আছে, কেনিও সেই ঠাই এৰি যাবলৈ হুকুম নাই। তেওঁলোকে এই মৰুময় কাৰবালা ময়দানত ৬১ হিজৰিৰ মোহৰম মাহৰ ২ তাৰিখে উপস্থিত হৈছিল।

## সেনাপতি ওমৰ বিন চসাদৰ আগমন

পাছ দিনাই ওমৰ বিন চসাদৰ সেনাপতিত্বত চাৰি হেজাৰ সুসজ্জিত ফৌজ কুফাৰ পৰা আহি পালেহি। শাসনকৰ্ত্তা ওবেয়দুল্লা বিন জিয়াদে প্ৰায় জোৰ কৰিয়েই ওমৰ বিন চসাদক সেনাপতি নিযুক্ত কৰি পঠিয়াইছিল। সেনাপতিৰ কিন্তু কাৰবালালৈ আহি ইমাম হুচেন চাহাবৰ লগত যুদ্ধ দিবলৈ অলপো মন নাছিল। কিন্তু চৰকাৰী হুকুম এৰাব নোৱাৰি কাৰবালালৈ আহিবলৈ বাধ্য হ'ল।

তেওঁ আহিয়েই ইমাম হুচেনৰ তালৈ মানুহ পঠিয়াই, তেওঁ সদলবলে এই ঠাইলৈ অহাৰ কাৰণ সোধাই পঠিয়ালে। ইমাম হুচেন চাহাবে সেই একে উত্তৰকে দিলে যে কুফাৰ চৰদাৰহঁতে তেওঁক বৰকৈ কাবৌ-কাকুতি কৰি মাতি পঠিওৱাৰ কাৰণেহে তেওঁ এই ঠাইলৈ আহিবলৈ বাধ্য হৈছে। লগতে ইয়াকো কৈ পঠিয়ালে যে যদি এতিয়া তেওঁক কেৰেঁ নিবিচাৰে, তেন্তে তেওঁ সেই ঠাই এৰি মদিনালৈ গুচি যাবলৈ প্ৰস্তুত আছে।

সেনাপতি ওমৰ বিন চসাদে ইমাম হুচেনৰ পৰা এই কথা শুনি বৰ ভাল পালে। কিয়নো বুজা গ'ল যে এতিয়াও আপোচ-মীমাংসাৰ বাট বন্ধ হৈ যোৱা নাই।

আপোচ-মীমাংসাৰ অৰ্থে সেনাপতিয়ে কুফাৰ শাসনকৰ্ত্তা ওবেয়দুল্লা বিন জিয়াদলৈ দীঘলীয়া চিঠি এখন লিখি জনালে যে, মিছাতে এই কেজন মানুহৰ লগত যুদ্ধ কৰি একো লাভ নাই। ইমাম হুচেন চাহাবে যদি নিজ ইচ্ছামতে বিনা বাক্যব্যয়ে দল-বলসহ এই ঠাইৰ পৰা মদিনালৈ উভতি যায়, তেন্তে আমি আপত্তি নকৰাই ভাল।



এই চিঠিৰ উত্তৰত ওবেয়দুল্লাহ ইবনে জিয়াদে সেনাপতি ওমৰ বিন চআদক জনালে যে, "এতিয়া হুচেন আহি জালত পৰিছেহি, সেই কাৰণেই বপুৰা জালৰ বাহিৰ হ'বলৈ বিচাৰিছে। কিন্তু জালৰ মুখ আঁট খাই গৈছে, এতিয়া মাত্ৰ এটা পথৰ বাহিৰে মুক্তিৰ আন পথ নাই। সেয়ে হ'ল যে হুচেনে বিনা চৰ্ত্তই দলবল সহ এজিদৰ বশ্যতা স্বীকাৰ কৰি ল'ব লাগিব। তাৰ পাছতহে মই ভাবিম হুচেনহঁতৰ নো কি ব্যৱস্থা কৰা যায়।

কিন্তু বৰ্ত্তমানে চাবা যেন হুচেনহঁতৰ দলটোৰ কাৰণে চাৰিওফালৰ পৰা পানী পোৱা ৰাস্তা বন্ধ হৈ যায়। মৰি গলেও যেন তেওঁলোকে এটুপি পানীও নেপায়।"

এই কঠোৰ আদেশপূৰ্ণ চিঠিখনি পাই সেনাপতি একেবাৰে চেঁচা পৰি গ'ল। এতিয়া যে চৰকাৰী হুকুম আখৰে আখৰে পালন কৰি চলিব লাগিব। ন'হলে নিজৰে বিপদ।

সেই কাৰণে সেনাপতি ওমৰে তৎক্ষণাত ৫০০ সৈন্য পঠিয়াই নৈৰ পাৰ আগুৰি ৰাখিবলৈ নিযুক্ত কৰি দিলে। সেই দিনৰ পৰাই হুচেন আৰু হুচেনী ফৌজৰ কাৰণে পানী বন্ধ হৈ গ'ল।

ইমাম হুচেনৰ দলটোৰ দুখ-কষ্ট এতিয়া কুলাই-পাচিয়ে নধৰা হ'ল। কি কৰিব, নিৰুপায়ত পৰিল। এই মৰুভূমিৰ মাজত পানী নহলেতো নচলিব। লগতে যে আকৌ ল'ৰা-ছোৱালীও আছে।

কপালত যিহকে থাকক এইবুলি ভাবি ইমাম হুচেন চাহাবে নিজৰ ভায়েক আব্বাচক ২০জন পদাতিক আৰু ৩০জন অশ্বাৰোহী সৈন্য লগত দি 'মশক' বিলাকত পানী ভৰাই আনিবলৈ পঠিয়াই দিলে। আব্বাচে এই ৫০ জন সৈন্য লৈ নৈৰ ঘাট পাওঁতেই এজিদৰ প্ৰহৰীহঁতে বাধা দিলে। কিন্তু অব্বাচে সিহঁতৰ কেবাজনকো জখম কৰিও, নিজৰ দলৰ এজনৰো প্ৰাণ হানি নোহোৱাকৈয়ে ২০টা মশক পানীৰে পৰিপূৰ্ণ কৰি আনিবলৈ সক্ষম হ'ল।

## ইমাম হুচেনৰ সৈতে সেনাপতি ওমৰৰ সাক্ষাৎ

গধূলি ইমাম হুচেন চাহাবে সেনাপতি ওমৰ বিন চআদৰ লগত সাক্ষাৎ কৰিবলৈ তেওঁক মতাই পঠিয়ালে। সেনাপতি এই কথাৰ কাৰণে সন্মত হ'ল। কিন্তু এই সাক্ষাৎ তেওঁলোকৰ দুয়ো দলৰ শিবিৰৰ পৰা অলপ আঁতৰত কোনো এক নিৰ্দিষ্ট ঠাইত হে ঠিক কৰা

হ'ল। কিন্তু কেৰেঁতো কাকো বিশ্বাস কৰিব নোৱাৰে, সেই কাৰণে দুয়ো পক্ষই একুৰিজনকৈ অশ্বাৰোহী সৈন্য প্ৰহৰীৰূপে লগত নিয়াৰ ব্যৱস্থাও কৰা হ'ল।

নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট ঠাইত এইদৰে দুয়ো মিলিত হ'লগৈ আৰু ৰাতি দুপৰলৈকে তেওঁলোক দুয়োজনৰ ভিতৰত বহু আলোচনা হ'ল। কিন্তু তেওঁলোকৰ কথা-বতৰা অতি গোপনীয়ভাৱে চলোৱা সত্বেও, ৰাতিপুৱা বাহিৰত উৰাবাতৰিৰূপে কথা প্ৰকাশ হ'ল যে ইমাম হুচেন চাহাবে সেনাপতি ওমৰক কৈছিল হেনো, যে তেওঁলোক দুয়ো নিজ নিজ সৈন্য-সামন্ত এৰি, চিৰিয়ালৈ গৈ এজিদৰ ওচৰত হাজিৰ হ'বগৈ। এই সিদ্ধান্তত বোলে ওমৰে ভয়তে পাচত সন্মত নহ'ল।

এইবিলাক কথা এটা উৰাবাতৰিহে। গতিকে সঁচা-মিছা একো ক'ব নোৱাৰি।

মুঠতে এই প্ৰথম সাক্ষাতৰ বাহিৰেও আৰু তিনি-চাৰি বেলি মান তেওঁলোক দুয়োজনৰ ভিতৰত গোপন বৈঠক বহিছিল।

অৱশেষত ওমৰৰ সন্মতিক্ৰমে ইমাম হুচেন চাহাবে শান্তি স্থাপনৰ হেতু যুদ্ধ বন্ধ কৰিবলৈ তিনিটা চৰ্ত্তৰ যেই সেই এটা মানি চলিব বুলি এখন আঁচনি আগবঢ়ায়। সেই আঁচনিখনৰ চৰ্ত্ত আছিল যে--

(১) ইমাম হুচেন যি ঠাইৰ পৰা আহিছে, সেই ঠাইলৈ উভতি যাব দিব লাগে।

(২) এজিদৰ ওচৰলৈ গৈ ইমাম হুচেনে নিজে এই অৰিয়াঅৰিৰ ফয়চলা কৰিবলৈ অনুমতি দিব লাগে।

(৩) মক্কা আৰু মদিনাৰ বাহিৰে, ইমাম হুচেনক যি ঠাইতে যাবলৈ আদেশ কৰে, সেই ঠাইলৈকে গৈ তেওঁ বসবাস কৰিব পাৰে।

এই বিষয় লৈ সেনাপতি ওমৰে আকৌ ওবেয়দুল্লা বিন জিয়াদলৈ পত্ৰ লিখি জনালে যে,

"আল্লাৰ হুকুমত এই গণ্ডগোল আৰু অশান্তিৰ জুই চেঁচা হওঁ হওঁ হৈছেহি। দুয়ো বিপক্ষ দলৰ ভিতৰত মিলন হোৱা প্ৰায় সম্ভৱপৰ হৈছেহি। ইমাম হুচেন চাহাবে মোৰ ওচৰত খাটাং কথা দিছে যে এই তিনিটা চৰ্ত্তৰ ভিতৰত যি কোনো এটা তেওঁ মানিবলৈ বাধ্য আছে। সেই চৰ্ত্ত তিনিটাৰ বিষয়ে মই আপোনালৈ লিখি জনালোঁ। আশা কৰোঁ, এইমতে শান্তিস্থাপন কৰাই বৰ্ত্তমান ক্ষেত্ৰত সকলোৰে কাৰণে ভাল হ'ব।"

এই চিঠিখনি পাই পোনতে ওবেয়দুল্লাহ বিন জিয়াদে এই চৰ্ত্ত তিনিটাৰ এটা মানিলে এই ঘটনাৰ ওৰ পেলাবলৈ মনস্থ কৰিছিল। কিন্তু



এই কথা 'শিমৰ' নামে অত্যাচাৰী নামজ্বলা উচ্চপদস্থ যোদ্ধা এজনে জানিব পাৰি, এই শান্তিৰ প্ৰস্তাবৰ বিৰুদ্ধাচৰণ কৰি, ওবেয়দুল্লা ইবনে জিয়াদক বুজালে যে যদি এতিয়া হুচেনক এজিদৰ বশ্যতা স্বীকাৰ নকৰাকৈয়ে এনেয়ে এৰি দিয়া যায়, তেন্তে নিশ্চয় অদূৰ ভৱিষ্যতে তেওঁ নকৈ সৈন্য-সামন্ত গোটাই, আকৌ ওম্মিয়া বংশৰ কাৰণে বিশেষ ভয়ৰ কাৰণ হৈ থিয় দিব পাৰে। গতিকে জালত পৰা শত্ৰুক লাই নিদি, এতিয়াই কঠোৰ ব্যৱস্থা অৱলম্বন নকৰিলে, পাচত কিন্তু অনুতাপ কৰিব লগীয়া হ'লে, একো লাভ নহ'ব। লগে লগে সেনাপতি ওমৰকো সতৰ্ক কৰি দিয়া উচিত তেওঁ যেন আৰু ভৱিষ্যতে শান্তিৰ প্ৰস্তাব পঠিয়াবলৈ বাতি-বিয়লি মনে মনে গৈ হুচেনৰ লগত ফুচফুচাই মেল পতাৰ অভ্যাস পৰিত্যাগ কৰে।"

শিমৰৰ এই কুপৰামৰ্শত ওবেয়দুল্লা ইবনে জিয়াদৰ মন আকৌ ঘূৰি গ'ল। শিমৰৰ কথাৰ সাৰমৰ্ম বুজি পাই তেওঁ শিমৰৰ মততে মত দিলে।

কুফাৰ নিষ্ঠুৰ শাসনকৰ্ত্তা ওবেয়দুল্লা ইবনে জিয়াদে তেতিয়াই শান্তিৰ প্ৰস্তাবৰ উত্তৰ ৰূপে সেনাপতি ওমৰলৈ লিখিলে,

"ওমৰ! তোমাক শান্তিৰ প্ৰস্তাব পঠিয়াবলৈ কাৰবালা ময়দানলৈ পঠিওৱা হোৱা নাই। চৰকাৰী হুকুম একেবাৰে পৰিষ্কাৰ। তাৰ মানে হুচেনে যদি আমাৰ বশ্যতা স্বীকাৰ কৰিবলৈ ইচ্ছুক হয়, তেনেহলে অৱশ্যে যুদ্ধৰ আৱশ্যক নহ'বও পাৰে। সেয়ে যদি নহয়, মিছাতে শান্তিৰ, প্ৰস্তাব নপঠিয়াবা। বৰঞ্চ তাৰ পৰিবৰ্ত্তে যিমান সোনকালে পাৰা যুদ্ধ আৰম্ভ কৰি দিবা। বিদ্ৰোহীহঁতক খুন কৰিবা, সিহঁতৰ মৰাশবিলাককো অপমান কৰিবলৈ নেৰিবা। এয়ে হ'ল এজিদ চৰকাৰৰ হুকুম। এই হুকুম মতে যদি তুমি কাম সম্পাদন কৰিব পাৰা, তোমাক পুৰস্কাৰ কৰি পদোন্নতি কৰা যাব। কিন্তু যদিহে এই হুকুম অনুসৰি কাম নহয় তেন্তে তোমাক বিহিত শাস্তি দিবলৈ বন্দী কৰা হ'ব।"

এই কঠোৰ চিঠিখন ওমৰক গৈ দিবলৈ শিমৰকে নিযুক্ত কৰিলে। এই দয়ামায়াহীন শিমৰক ওবেয়দুল্লা ইবনে জিয়াদে মুখে মুখে এই বুলি কৈ বিদায় দিলে,

"শিমৰ! তোমাৰ কৰ্মপটুতা আৰু সাহসৰ ওপৰত আমাৰ গভীৰ বিশ্বাস আছে। তোমাক কাৰবালালৈ এই কাৰণেই পঠিওৱা হৈছে যে যেতিয়ালৈকে তুমি দেখা যে সেনাপতি ওমৰে ৰাজ আজ্ঞা অনুসৰি নিজৰ কৰ্ত্তব্য আখৰে আখৰে পালন কৰি আছে, তেতিয়ালৈকে তুমি তেওঁৰ

অধীনত কাম কৰি থাকিবা। কিন্তু যি মুহূর্তে সেনাপতিৰ কাম সোপা-ঢিলা হৈছে বুলি অনুভৱ কৰা, সেই মুহূর্তেই তুমি তেওঁক বন্দী কৰি নিজেই সেনাপতিৰ বাব গ্রহণ কৰি যুদ্ধ চলাবা। যোৱা, এয়ে মোৰ শেষ আদেশ।"

## দয়া-মায়া বৰ্জিত শিমৰ নো কোন ?

এইখিনিতে শিমৰৰ লগত চিনাকি হোৱা যাওক। এওঁৰ নাম শিমৰ বিন জিল্‌জৌশন।

হজৰত বিবি ফাতেমা ৰেজিআল্লাহ আনহাৰ এন্তেকালৰ পাচত আমিৰিল মুমিনিন হজৰত আলিয়ে (ৰেঃ) উম্মুল নবিয়িন নামৰ মহিলা এগৰাকীক বিয়া কৰাইছিল। এই মহিলাগৰাকী শিমৰৰ আপোন পেহীয়েক আছিল। এওঁৰ ফালৰ পৰা হজৰত আলিৰ (ৰেঃ) চাৰিজন ল'ৰা আৰু এজনী ছোৱালী জন্মগ্রহণ কৰে। ল'ৰা চাৰিজনৰ নাম হ'ল আব্বাচ, আব্দুল্লা, জাফৰ আৰু ওচমান। ছোৱালীজনীৰ নাম হ'ল ফাতিমা বিনতে আলি। এই পাঁচোজন ল'ৰা-ছোৱালীয়েই বিবি ফাতেমাৰ (ৰেঃ) গৰ্ভত হোৱা সন্তান-সন্ততিহঁতৰ লগত বৰ সম্ভাবেৰে আছিল। ককায়েক ইমাম হচেন চাহাবক ইহঁতে বৰ মান্য কৰিছিল আৰু সকলো কথাতে ইহঁতে ককায়েকৰ বাধ্য হৈ চলিছিল। ইমাম হচেনৰ লগত এই পাঁচোজন ভায়েক-ভনীয়েকো মক্কাৰ পৰা কুফালৈ আহিছিল।

গতিকে দেখা যায় যে, শিমৰৰ সৈতে, হজৰত আলিৰ (ৰেঃ) উক্ত চাৰিজন পুত্ৰ আৰু ছোৱালীজনী ভাই-ভনীৰ সম্বন্ধ। সেই সূত্রে ইমাম হচেনহঁতৰ লগতো শিমৰৰ ককায়েক-ভায়েক সম্বন্ধ বৰ্তিছে।

আগৰে পৰাই কিবা ঘৰুৱা কাৰণত শিমৰে ইমাম হচেন চাহাবক ভাল নাপাইছিল যদিও পেহীয়েকৰ পুতেক-জীয়েকহঁতৰ লগত মিল ৰাখিয়েই চলিছিল।

শিমৰে ভালকৈয়ে জানিছিল যে তেওঁৰ পেহীয়েকৰ পুতেক জীয়েক-হঁত ইমাম হচেনৰ লগত কাৰবালা ময়দানতে আহি আছেহি। গতিকে এওঁলোকক বচাবলৈ কুফাৰ গৱৰ্ণৰ ওবেয়দুল্লা ইবনে জিয়াদৰ পৰা এখন লিখিত ফৰমান এই বুলি লৈ আহিছিল যে তেওঁৰ ভায়েক-ভনীয়েকহঁতক কোনেও বধ নকৰিব আৰু বন্দী অৱস্থাৰ পৰাও তেওঁলোকক মুক্ত কৰি দিব।



শিমৰে যেতিয়া ওবেইদুল্লা ইবনে জিয়াদৰ চিঠিখন সেনাপতি ওমৰক দিবলৈ কাৰবালা ময়দানত উপস্থিত হ'লহি, তেতিয়াই শিমৰে ইমাম হচেনৰ শিবিৰৰ পৰা পেহীয়েকৰ পুতেক, ভায়েকহঁতক মতাই আনি কলে,

"আব্বাচ, আব্দুল্লা, জাফৰ, ওচমান ! চোৱা, তোমালোকে বিদ্ৰোহী ককায়েৰাৰ লগত থাকি বৰ ভুল কৰিছা। তোমালোকৰ নিজৰ জীৱ-নলৈ কি মায়া-মমতা নাই ? যি হওক মই কিন্তু তোমালোকৰ বিপদৰ কথা পাহৰা নাই। এইয়া চোৱা, গৱৰ্ণৰ ওবেয়দুল্লাৰ পৰা তোমালোক পাঁচোজনৰ নামত শান্তিপত্র লৈ আহিছোঁ। এই শান্তি পত্ৰৰ বলত তোমা-লোক এতিয়া মুক্ত। যলৈকে ইচ্ছা কৰা নিৰ্ভয়ে গুচি যোৱাগৈ। এখন্তেকলৈকো এই ঠাইত নাথাকিবা।"

শিমৰৰ এই আশ্বাসবাণী শুনি চাৰিওজনা ভায়েকেই কান্দি কান্দি কলে,

"ভাই, বৰ দুখ আৰু পৰিতাপৰ কথা। তুমি আমাৰ কাৰণে শান্তি-পত্ৰ যোগাৰ কৰি আনিছা হয়, কিন্তু হজৰত ৰসুলে কেৰিম চলল্লাহু আলেইহে ওৱালিহি অচল্লমৰ অতি মৰমৰ নাতিয়েকৰ কাৰণে কি শুভ বাৰ্তা আনিছা, সেই কথাকে আগে কোৱা। যদি একো অনা নাই বুলি কোৱা, তেতিয়া হলে অকলে আমাৰ কাৰণে অনা শান্তি-পত্ৰখনকে এইদৰে ভৰিৰে মোহাৰি পেলাওঁ।"

তেওঁলোকে এই বুলি কৈ ভৰিৰে সেই পত্ৰখন গছকি-ফেনেকি খণ্ডতে সেই ঠাই এৰি নিজৰ শিবিৰলৈ গুচি আহিল।

আনফালে শিমৰে, সেনাপতি ওমৰৰ চিঠিখনো যথাসময়ত তেওঁক দিলে। ওমৰে শাসনকৰ্তা ওবেয়দুল্লাৰ ধমকি খাই, ইমাম হচেনৰ লগ ধৰাতো এৰি দিলে আৰু ইমাম হচেনৰ বিৰুদ্ধে কঠোৰ মূৰ্ত্তি ধাৰণ কৰিলে। ইমাম হচেনকো চিঠিৰ ফলাফল জনোৱা হ'ল, আৰু দুয়ো পক্ষৰ মানুহসকলেও বুজিলে যে আজিৰ পৰা এই ঘটনাটোৰ আপোচ-মীমাংসা হোৱাৰ দুৱাৰ চিৰকাললৈ ৰুদ্ধ হৈ গ'ল।

অলপ পৰৰ পাছতে দুয়ো পক্ষৰ মানুহৰ ভিতৰত তুমুল তৰ্কৰ কোলা-হল আৰম্ভ হ'ল। অৱস্থা হঠাৎ বেয়াৰ পিনে ঢাল ললে। সেনাপতি ওমৰৰ ফালৰ পৰা ৰণ ডঙ্কা বাজি উঠিল। দুয়ো শিবিৰতে লৰা-ঢাপৰা আৰম্ভ হ'ল। অস্ত্ৰৰ জুনজুননি আৰু ঘোঁৰাৰ চেহ্‌চেহনিৰে গোটেই কাৰবালা ময়দানখন কঁপি উঠিল। আল্লাহ আকবৰ গগণভেদী চিঞৰে কাণত তাল লগাই দিলে।

এই বিপদৰ সময়ত ইমাম হচেন চাহাবৰ ধীৰ আৰু গম্ভীৰ মূৰ্ত্তি লক্ষ্য কৰিবলগীয়া। মুখত অকণো চাঞ্চল্যৰ ভাব নাই, যেন চবুৰ-শুকুৰৰ প্ৰতিমূৰ্ত্তি।

তেখেতক দেখা পোৱাকৈ, শত্ৰুপক্ষৰ চৰদাৰহঁতৰ দৃষ্টি আকৰ্ষণ কৰি ইমাম হচেন চাহাবে গম্ভীৰ হৈ ক'বলৈ ধৰিলে,

"ভাইহঁত! যুদ্ধতো কৰিবাই। আমাৰ তাকৰীয়া মানুহৰে সৈতে যুঁজি যুদ্ধৰ ফলাফল নো কি হ'ব, তাকো জানাই। গতিকে মোক আল্লাতালাৰ উদ্দেশ্য প্ৰাৰ্থনা কৰিবলৈ মাত্ৰ আজি এটা ৰাতিৰ কাৰণে সময় দিয়া। মই সৃষ্টিকৰ্ত্তাৰ গুৰিত ক্ষমা প্ৰাৰ্থনা কৰিব খুজিছোঁ।"

এই কথা শুনি সেনাপতিৰ হুকুম মতে শত্ৰুপক্ষৰ সকলোৱে ঢাল-তৰোৱাল নমাই লৈ দিহাদিহি গুচি গ'ল। ক্ষন্তেকতে কাৰবালা ময়দান-খন কুঁাহ পৰি জীণ যোৱা যেন হ'ল। কিন্তু সকলোপিনে যেন এটা অমঙ্গলজনক নিস্তব্ধতা বিৰাজ কৰিবলৈ ধৰিলে।

ৰাতি হ'লত ইমাম হচেন চাহাবে, তেওঁৰ দলৰ সকলোকে কাষলৈ মাতি আনি ক'লে,

"বন্ধুসকল! শুনা; মই আল্লাতালাৰ অশেষ প্ৰশংসাৰ কথা মুখলৈ আনি কওঁ যে সুখ-দুখ দুয়ো অৱস্থাৰ কাৰণে মই তোমালোকৰ আগত আল্লাতালাৰ শুকুৰ কৰিছো আৰু চবুৰো কৰিছোঁ। শুকুৰ এই কাৰণে কৰিছোঁ যে আল্লাতালাই আমাৰ বংশটোক নবুত্তৰ দ্বাৰা সন্মানিত কৰিছে। কোৰাণ বুজিবলৈ ক্ষমতা দিছে, ধৰ্ম পালন কৰিবলৈ জ্ঞান দিছে আৰু বিপদত অধৈৰ্য্য নহবলৈ চবুৰ দিছে।

বন্ধুসকল! মই তোমালোক সকলোকে দোৱা কৰিছোঁ আৰু এই ঘোৰ বিপদৰ মাজতো মোৰ প্ৰতি তোমালোকৰ অগাধ ভক্তিৰ চিন পাই, মনৰ আনন্দতে মই তোমালোকৰ নথৈ শলাগ লৈছোঁ। আল্লাই যেন তোমালোকক নেক বদলা দিয়ে।

আজিৰ এই মুহূৰ্ত্তত মই যি ক'ব খুজিছোঁ, তোমালোক সকলোৱে মন দি শুনা। সেইমতে মানি চলিবা।

মই চব কথা ভালকৈ গমি-পিটি চাইহে, আদেশস্বৰূপে মোৰ শেষ আদেশ তোমালোকক জনাওঁ। সেয়ে হ'ল এটা মাত্ৰ প্ৰশ্নৰ কথা। তাৰ মানে শত্ৰুহঁতক কি লাগে? লাগে মোক হে; তোমালোকক নহয়।

চোৱা! কালিলৈ ৰাতিপুৱাতে মোৰ আৰু দুশমনৰ ভিতৰত চব কথাৰ মীমাংসা হৈ যাব। মই সেই কাৰণে নিৰ্ভয়ে প্ৰস্তুত হৈয়েই আছোঁ।

এতিয়া মোৰ বিবেচনামতে তোমালোকৰ সকলোৰে মঙ্গলৰ কাৰণেই



কওঁ যে তোমালোকে এটা-এটাকৈ এই ঠাই এৰি গুচি যোৱাঁগৈ। ৰাতিৰ ঘোৰ এন্ধাৰৰ সুযোগ লৈ তোমালোকে মোৰ আত্মীয়-স্বজন, ল'ৰা-ছোৱালী আৰু তিৰোতামানুহ সকলোকে লগতে লৈ নিৰাপদ ঠাইত গৈ আশ্ৰয় লোৱাগৈ। কোনেও তোমালোকক দেখা নাপায় আৰু দেখিলেও বোধ-কৰো শত্ৰুহঁতে একো নকয়। তোমালোক আঁতৰ হ'লেই শত্ৰুৰ আৰু সুবিধাহে হ'ব। যোৱা! ওলাই যোৱা, পলম কৰিবৰ সময় নাই। তোমালোক এই ঠাই এৰি গ'লেহে মই শান্তি পাম।"

হজৰত ইমাম হচেন চাহাবৰ এই কৰুণ আৰু মৰ্মান্তিক আদেশ পাই, তম্বুৰ ভিতৰত হাহাকাৰৰ ৰোল উঠিল। তেখেতৰ পৰিয়ালৰ সকলোৱে ৰাগৰি ৰাগৰি কান্দিবলৈ ধৰিলে। আজি যে তেওঁলোকক নিচুকাবলৈ কোনো নাই, সকলোৰে সেই একে অৱস্থা।

অলপ পাছত কোনোৰকমে শোক সম্বৰণ কৰি, ইমাম চাহাবৰ ভায়েক আব্বাচে কান্দি কান্দিয়েই মাত লগালে,

"আপুনি এইবিলাক কি কথা কৈছে? আপোনাৰ পাছত আমাক জীয়াই ৰাখিবলৈ আপুনি নো কিয় ইমান আগ্ৰহ দেখুৱাইছে? আপোনাৰ পাছত আমি জীয়াই থকা-নথকা যে সমান। কিন্তু ভাইজান, জানিব যে আমাৰ শৰীৰত যেতিয়ালৈকে এক বিন্দু পৰিমাণো তেজ থাকিব, তেতিয়া-লৈকে আপোনাৰ চুলি এডালো কাৰো স্পৰ্শ কৰিবৰ ক্ষমতা নহ'ব।"

ইমাম হচেন চাহাবৰ সঙ্গী মুচলিম বিন আচদিয়ে কলে,

"হুজুৰ! কি? আমি আপোনাক এই বিপদলৈ ঠেলা মাৰি দি এনেকৈয়ে গুচি যাবলৈ ভাবিবও পাৰোনে? আপোনাৰ লগত আজি আমি ইমান দিনে ৰলোঁ, কিন্তু আপোনাৰ হক আদায় কৰিবলৈতো আজিলৈকে একো সুবিধাই নেপালোঁ। আল্লাৰ শপত খাই কৈছোঁ, দুশমনৰ তেজেৰে ৰাঙলী হ'ম, সিহঁতক কাটি-কুটি তৰোৱাল ভোটা কৰিম, তৰোৱাল কামত নাহিলে শিলেকে দলিয়াই সিহঁতৰ মূৰ ভাঙিম, তাৰ পাছত হয়তো ময়ো শান্তিৰে এই সংসাৰ ত্যাগ কৰিম।"

চাআদ বিন আব্দুল্লা নামৰ আন এজন সঙ্গীয়ে বৰ উত্তেজিতভাবে ক'লে,

"হজৰত! মই আল্লাৰ শপত খাই কৈছোঁ যে যেতিয়ালৈকে মই হজৰত ৰচুলুল্লাহ চল্লললাহু আলেইহে ওৱালিহি অচল্লমৰ হক সংৰক্ষিত কৰি ৰাখিব নোৱাৰো, তেতিয়ালৈকে মই আপোনাক এৰি কলৈকো যাব নোৱাৰোঁ।"

যদিও মই জানো যে মই কতল হৈ যাম, যদিও মই জানো যে মোৰ শটোক শত্রুৱে জুইত ভাজি পেলাব, যদিও মই জানো যে মোৰ ছাইখিনিকে সিহঁতে বতাহত উৰাই দি হেজাৰ ৰকমে অবমাননা কৰিব, তথাপি, হজৰত আপোনাৰ লগ মই কেতিয়াও এৰিব নোৱাৰো। মই নিজে ধ্বংস হৈ যোৱাৰ আগতে আপোনাৰ পৰা বিচ্ছেদ হোৱাৰ কথা ভাবিবও নোৱাৰো।"

জহিৰ নামৰ আন এজন বীৰ সঙ্গীয়েও উত্তেজিত হৈ এই বুলি মত প্ৰকাশ কৰিলে যে

"যদি মোক কোনোবাই এশবাৰো কৰতৰে মূৰৰ পৰা ভৰিলৈকে কাটি দুফাল কৰি পেলাই, তথাপিও মই আপোনাৰ পৰা আঁতৰত থকাৰ কথা চিন্তাও কৰিব নোৱাৰোঁ। যদি মই নিজ ক্ষুদ্ৰ জীৱনটো আহুতি দিও আপোনাৰ আৰু 'আহলে বয়তৰ' সেই বিহিস্তৰ হৰসকল লগৰ সৰু সৰু ল'ৰা-ছোৱালীসকল, যিসকল আজি এই বিপদৰ মুখত থিয় দিবলগীয়া হৈছে, তেওঁলোক সকলোকে চহী চালামতেৰে ৰাখিবৰ হেতু যন্ত্ৰণাদায়ক মৃত্যুৰ সন্মুখীন হ'ব লগাত পৰো, তথাপি সেই মৃত্যুক মই আল্লাতালাৰ অশেষ কৰুণা বুলিহে ভাবিম।"

এই দৰে প্ৰায় সকলোৱেই উত্তেজিত হৈ নিজ নিজ ভাব ব্যক্ত কৰি ইমাম হুচেন চাহাবক বিপদত এৰি থৈ যাবলৈ অমান্তি হ'ল।

## ॥ হজৰত ইমাম হুচেনৰ (ৰেঃ) ৰুগীয়া পুতেক ॥

এই জীৱন-মৰণ সমস্যাৰ সময়ত ইমাম হুচেন চাহাবৰ পুতেক জয়নল আবেদিন ৰোগশয্যাত। ওচৰতে বহি ইমাম হুচেন চাহাবৰ নিজ ভনীয়েক হজৰত বিবি জয়নবে (ৰেঃ) শুশ্ৰূষা কৰি বহি আছে।

এনেতে হঠাৎ এবাৰ ইমাম হুচেন চাহাবে মুখে মুখে কবিতাৰ পদ কেইফাকিমান গুণগুণ কৰি পঢ়ি জেনানা তম্বুৰ পিনে সোমাই আহিল। সমুখতে বাহিৰৰ পিনে 'হুই' নামৰ এজন গোলামে তৰোৱালত ধাৰ দিব ধৰিছে। সেই পিনেই ৰ' লাগি চাই চাই ইমাম চাহাবে বিলাপ কৰাৰ নিচিনাকৈ ক'বলৈ ধৰিলে,

"সময়ে কাৰো মুখলৈ নাচায়, সময় যে বাস্তবিকতে বৰ অবিশ্বাসী, আল্লাৰ হাততেই চব কথা; নিতৌ কিমান যে মানুহৰ জন্ম হৈছে আৰু লগে লগে কিমান যে মানুহ মৰিব ধৰিছে তাৰ জানো কিবা লেখ-জোখ আছে? ময়ো বুজিছোঁ বিপদ মোৰ ওপৰত ঘণীভূত হৈ আহিছে। অকলে ময়ে নে?"



বাবাকৰ এই আক্ষেপবাক্য শুনি, ৰোগাতুৰ জয়নল আবেদিনৰ চকু চলচলীয়া হৈ পৰিল আৰু থাকিব নোৱাৰি শেহত উচুপি উচুপি কান্দিবলৈ ধৰিলে।

ইপিনে বিবি জয়নবৰো ধৈৰ্য্যৰ বান্ধ ভাগি গ'ল। চিঞৰি-বাখৰি ককায়েকৰ পিনে চাই চাই হিয়া-মূৰ ভুকুৱাই বিলাপ কৰিবলৈ ধৰিলে।

আন এখন তম্বুৰ পৰা তেখেতৰ পৰিবাৰবৰ্গও ওলাই আহি, ল'ৰা-ছোৱালীসহ সেই বিলাপত যোগ দিলেহি।

এই চব দেখা পাই ইমাম হুচেন চাহাব বৰ বিমোৰত পৰিল। শেহত ভনীয়েক জয়নবৰ পিনে চাই ক'লে,

"কি কাণ্ড কৰিলা ভনীটি! কি কাণ্ড কৰিলা। তোমালোকৰ কান্দোন-কাটোনে হয়তো মোৰ 'ইমান' আৰু চবুৰৰ ভেটা তৎক্ষণাত উটুৱাই ঠেলি-হেচি নি শয়তানৰ হাতত সঁপি দিব পাৰে।"

কান্দি কান্দি জয়নব বিবিয়ে মাত লগালে

"ভাইজান, আমি তিৰোতামানুহ হৈনো আপোনাৰ এই বিপদত কেনেকৈ চবুৰ কৰি থাকিব পাৰোঁ?"

ইমাম চাহাবে ক'লে,

"জয়নব, কপালৰ লিখননো কোনে খণ্ডাব পাৰে?"

এই কপালত লিখাৰ কথা শুনা পায়েই সকলোৱে আকৌ এবাৰ চিঞৰি-বাখৰি কান্দি কান্দি মাটিত বাগৰি পৰিল।

পৰিয়ালবৰ্গৰ এই দুৰৱস্থা দেখা পাই হজৰত ইমাম হুচেন চাহাবে গম্ভীৰ মূৰ্তি ধাৰণ কৰি গম্ভীৰ মাতেৰে কলে,

"আল্লাক ভয় কৰিবা। আল্লাক ভয় কৰিবা। এই দুখত আল্লাৰ প্ৰশংসাবাণী মুখত আনি 'তচল্লি' লাভ কৰা। এই সংসাৰত নো কোন বাৰু নমৰাকৈ থাকিব? সকলো বস্তুৰেই যদি বিনাশ হয়, তেন্তে মৃত্যুৰ কাৰণে আকৌ ইমান ভয় কিহৰ? চোৱাছোন বাৰু, আমাৰ কাৰণে আৰু সদৌ মুচলমান জাতিৰ কাৰণে ৰচুলুল্লাহ চল্লললাহ আলেইহে অচল্লিমৰ নিজৰ শিক্ষাপূৰ্ণ জীৱনৰ দ্বাৰাই আমাক চবুৰ কৰিবলৈ, আল্লাৰ ওপৰত চব কথাতে নিৰ্ভৰ কৰিবলৈ আৰু সুখে দুখে আল্লাক মাতিবলৈ শিকাই যোৱা নাইনে? তেনেহলে তোমালোকৰ 'ইমানত' আজি কমজোৰ ক'ৰপৰা দেখা দিলে? তৌবা কৰা, যাতে সেই শিক্ষাৰ পৰা অকণিও বিচলিত নোহোৱা।"

ইমাম হুচেন চাহাবৰ এই কথা শুনি সকলোৱে কান্দোন বন্ধ হ'ল। গোটেই নিশা হজৰত ইমাম হুচেন চাহাবে সঙ্গীসকলক লৈ

প্ৰাৰ্থনাত ব্যস্ত থাকিল। সেই ৰাতি শত্ৰু সেনাই, এওঁলোকে নো কি কৰে - নকৰে চাবলৈ তম্বুৰ বাহিৰত চাৰিওফালে ঘূৰি ফুৰিছিল।

শেষ ৰাতি ইমাম চাহাবে উচ্চস্বৰে কোৰাণ শ্বৰীফৰ 'আয়ত' এটা বাৰে বাৰে পঢ়ি আছিল। কোৰাণৰ আয়তৰ অৰ্থ এয়ে আছিল যে, (আল্লাই কৈছে) "আমি যি ঢিলামি দিছোঁ, তাকে দেখা পাই শত্ৰুহঁতে সিহঁতৰ কিবা ভাল হব বুলি যেন নেভাবে। আমি (আল্লাই) কেৱল এই কাৰণেহে ঢিল দি বহি আছোঁ, যাতে (মুহূৰ্ত মুহূৰ্ত) সিহঁতৰ গুণা-হৰ প্ৰকোপ বৃদ্ধি পাওক। আল্লাই মুমিনক কেতিয়াও এই অৱস্থাতে নেৰাখে। আল্লাই পৱিত্ৰ মানুহক অপৱিত্ৰ মানুহৰ পৰা বেলেগ কৰি ৰাখিবই।"

পৱিত্ৰ কোৰাণ শৰিফৰ এই 'আয়তটো' ব্যাখ্যা কৰিলে আজিৰ এই সমস্ত ঘটনাৰে সৈতে হুবহু খাপ খাই যায়। গতিকে ৰাতি বাহিৰত তহল দি ফুৰা শত্ৰু সেনা কেইজনে এই 'আয়ত'টো পঢ়া শুনা পাই শয়-তানৰ নিচিনাকৈ মুখ বিকটাই সেই ঠাইৰ পৰা আঁতৰ হৈ গ'ল।

## মোহৰ্ৰমৰ দহ তাৰিখ

কাৰবালাৰ শোকজনক দুৰ্ঘটনাৰ আজিয়েই শেষ দিন। ৰাতিপুৱা 'ফজৰৰ' নামাজৰ পাছতেই শত্ৰুপক্ষৰ সেনাপতি ওমৰ বিন চাআদে যুদ্ধ আৰম্ভ কৰিবলৈ তেওঁলোকৰ অসংখ্য সৈন্য লৈ ময়দানত উপস্থিত হ'লহি।

আনফালে হজৰত ইমাম হুচেন চাহাবেও নিজৰ তাকৰীয় দলটোক ময়দানত হাজিৰ হবলৈ হুকুম দিলে।

এখেতৰ দলটোত মাত্ৰ ৭২ জন যোদ্ধা আছিল। তাৰে ভিতৰত ৩২জন অশ্বাৰোহী আৰু বাকী ৪০জন পদাতিক সৈন্য। ইয়াৰেই নাম হ'ল হুচেনি ফৌজ। এই হুচেনি ফৌজৰ বাহিৰে লগৰ আন আন মানুহসকল হ'ল মাত্ৰ সৰু সৰু ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহ।

পাছফালৰ পৰা যাতে তিৰোতা মানুহ আৰু ল'ৰা-ছোৱালীহঁতক শত্ৰুৱে আক্ৰমণ কৰিব নোৱাৰে, সেই কাৰণে 'জানানা' তম্বুৰ পাছফালে দীঘলীয়াকৈ খাল খান্দি, তাতে বৰ একুৰা জুই জ্বলাই থোৱা হৈছিল।

## শিমৰৰ আগমন

পোনতে শিমৰে ইমাম হুচেন চাহাবৰ তম্বুৰ পিনে ঘোঁৰা চেকুৰাই ভালকৈ এবাৰ চাৰিওপিনে চাই গ'ল। জানানা তম্বুৰ পাছফালে জুই জ্বলি থকা দেখা পাই, ঠাট্টা কৰি চিঞৰি কলে,



"কি কৰিলা হে হুচেন! তুমি দেখোন কিয়ামতৰ পূৰ্ব্বতেই জুইক কবুল কৰি ললা।"

ইমাম হুচেন চাহাবে উত্তৰত কলে, "হে গৰখীয়াৰ পো! এই জুইৰ কাৰণে তুমিয়েই হকদাৰ। (শিমৰৰ বাপেক জিল জৌশন পূৰ্ব্বতে গৰখীয়া আছিল।)

এই ৭২ জন মানুহৰে সৈতে যুদ্ধ কৰিবলৈ লাহে লাহে শত্ৰু সৈন্য আগবাঢ়ি আহিবলৈ ধৰিলে। ইয়াকে দেখা পাই ইমাম হুচেন চাহাবে, উট এজনিৰ ওপৰত উঠি, কোৰাণ শৰীফ হাতত লৈ, বহু পৰলৈ শত্ৰু-হঁতক ওৱাজ নছিহত শুনালে। তেওঁনো কোন আৰু এজিদ নো কোন সেই কথাও ভালদৰে বুজাই দিলে। অৱশেষত গৈ ইমাম চাহাবে সিহঁতক সুধিলে, "মই কাকো হত্যা নকৰাকৈয়ে কেলেই তোমালোকে মোক হত্যা কৰিবলৈ খুজিছা? নে ক'ৰবাত মই ডকা দি আহিছোঁ? তোমালোকে মোক দহোকুৰি দি মাতি পঠিয়াইছিলা, সেই কাৰণেহে মই আহিলোঁ, এয়ে নেকি মোৰ অপৰাধ? কোৱাচোন বাৰু মোৰ অপৰাধ ক'ত?"

এনেতে ইমাম চাহাবে শত্ৰু সৈন্যৰ মাজত কুঁৱৰি চাৰিজন নেতৃ-স্থানীয় মানুহক দেখা পাই, তেওঁলোকক নাম ধৰি এইদৰে মাতি কলে,

"হেৰা শিশ, হেৰা হিজাজ, হেৰা কয়েছ, হেৰা হাৰিচ! চোৱাচোন চোৱা, উঃ নোচোৱানো বাৰু কেলেই, আজি মুখ লুকাই ফুৰিছা দেখোন! তোমালোকেই মোক বৰ আগ্ৰহেৰে শপত দি দি মাতি আনিছা নহয়। তোমালোকেইতো মোক চিঠি লিখি জনাইছিলা যে ফল পকি আছে, চাৰিওফালে সুন্দৰ ঘাঁহনি পথাৰ, নৈৰ পানীও উপচি পৰো পৰো হৈছে। তাৰ মানে এয়ে যুদ্ধৰ বসন্ত কালিৰ সোণোৱালী সুযোগ। এতিয়া কি উত্তৰ দিয়া, দিয়া?"

কিন্তু ইহঁত যে আজি দুশমান টকাৰ লোভত ইমান বেচি খাইছে, গতিকে ইটোৱে সিটোৰ মুখ চোৱা-চুৱি কৰি মিছা মাতি ক'লে—

"আমি সেইবোৰ চিঠি লিখা নাছিলোঁ। আমি সেইবোৰৰ বিষয়ে একোকে নেজানো।"

সিহঁতৰ এই বিতং উত্তৰ শুনি ইমাম হুচেন চাহাবে উটৰ পিঠিৰ পৰা নামি আহিল।

এই সময়তে ইমাম হুচেন চাহাবৰ সঙ্গী জহিৰৰে সৈতে শত্ৰু সৈন্য কেজনমানৰ বহু তৰ্ক-বিতৰ্ক হ'ল। কিন্তু একো ফল নহ'ল। অৱস্থা বৰং বেয়াৰ পিনেহে ঢাল ললে। কিয়নো সিহঁতে এইবাৰ মুখ ফুটাই

কৈয়েই পেলালে যে যেতিয়ালৈকে হুচেন আৰু তেওঁৰ দলৰ আটাই-বিলাকক কাটি ডোখৰ ডোখৰ কৰিব নোৱাৰে, তেতিয়ালৈকে সিহঁতৰ আৰু অন্য কাম নাই।

## দলত্যাগী হুৰ

হুৰৰ সৈতে আগেয়ে আমাৰ ভালকৈয়ে চিনাকি হৈছে। এই হুৰেই পোন প্ৰথমতে এহেজাৰ ফৌজ লৈ আহি বাট আগুৰি ধৰি সদলবলে ইমাম হুচেন চাহাবক কাৰবালা ময়দানতে থাকিবলৈ বাধ্য কৰাইছিল। এই হুৰো আজি যুদ্ধ ক্ষেত্ৰত শত্ৰু সৈন্যৰ মাজত উপস্থিত আছিল। সঁচাকৈয়ে তেওঁ এজন নামজ্বলা যোদ্ধা আছিল।

হজৰত ইমাম হুচেন চাহাবৰ উটৰ পিঠিত উঠি দিয়া বক্তৃতা শুনাৰ পাছত, খোদাৰ কি মহিমা, এই এজিদ পক্ষীয় বিখ্যাত যোদ্ধাৰ মন ঘূৰি গ'ল। 'আহলে বয়তৰ' লগত যুদ্ধ কৰাটো যে কিমান গুনাহৰ কথা তেওঁ এতিয়াহে উপলব্ধি কৰিব পাৰিলে।

হুৰে ততালিখে সেনাপতি ওমৰৰ গুৰিলৈ গৈ সুধিলে "সঁচাকৈয়েই আমাৰ এই ৭২ জন মানুহৰ বিপক্ষে যুদ্ধ কৰিবলৈ দৰ্কাৰ হব নেকি?" ওমৰে উত্তৰ দিলে,

"অঁ চৰকাৰী হুকুম যুদ্ধ হ'বই লাগিব। যুদ্ধ হলে কটাকটি, খুনা-খুনি হোৱাটো একেবাৰে অতি সাধাৰণ কথা। নহলে আকৌ যুদ্ধ কিহৰ?"

এই উত্তৰত হুৰ মুঠেই সন্তুষ্ট নহ'ল, গতিকে আকৌ সুধিলে,

"ইমাম হুচেন চাহাবে দিয়া চৰ্ত্ত কেইটাৰ ভিতৰত, যেই সেই এটা মানি ললে বৰ ভাল হ'লহেঁতেন।"

ওমৰে কলে, "কি কৰিম তোমালোকৰ শাসনকৰ্ত্তা ওবায়দুল্লা মান্তি নহ'ল।"

অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত হুৰ অলপ পাছতে দেখোন বৰ বেগাবেগীকৈ ইমাম হুচেনৰ পিনে আগবাঢ়ি গ'ল। ইয়াকে দেখা পাই, লগৰ সেনা এজনে তেওঁক সুধিলে "কি ভাই যুদ্ধ আৰম্ভ কৰাৰ হুকুম লৈ আহিছা নেকি?"

হুৰে উত্তৰ দিলে "নহয়, নহয়, মই বিহিস্ত আৰু দোজখৰ ভিতৰত বিহিস্তখনকে লম বুলি দৃঢ় প্ৰতিজ্ঞা কৰি আহিছোঁ। মোৰ এই সঙ্কল্পৰ কাৰণে মোক কাটি দুডোখৰ কৰিলেও, মই একো পৰোৱা নকৰোঁ।"



এই বুলি কৈয়েই কাঁড়ৰ বেগেৰে ঘোঁৰা মেলি দি ইমাম হুচেনৰ ফৌজৰ মাজত আহি সোমালহি।

হুচেনি ফৌজে দেখা পাই একো বুজিব নোৱাৰি কিংকৰ্ত্তব্য বিমূঢ় হৈ ৰ'ল।

হুৰে কিন্তু চকুৰ পচাৰতে ইমাম হুচেন চাহাবৰ কাষ পায়েই একে চাবে ঘোঁৰাৰ পৰা নামি অতি আদৰেৰে কৰলৈ ধৰিলে,

"হে ৰসুলৰ সন্তান! ময়ে সেই পাপী, যিজনে আপোনালোকক ইয়াৰ পৰা পোনতেই উন্নতি যোৱাৰ পথ বন্ধ কৰিলোঁ। আৰু ময়ে সেই জোকৰ দৰে আপোনালোকৰ পাছত লাগি থকা গুনাহগাৰ। ময়ে সেই মূৰ্খ যিজনে আপোনালোকক এই ভয়ঙ্কৰ কাৰবালা ময়দানৰ শলঠেকত পেলালোঁ। আপোনালোকক হত্যা কৰাৰ বাহিৰে যে নৰাধম ওবায়দুল্লাই আৰু আন একো বিচৰা নাই, মই খোদাৰ শপত খাই কৈছোঁ এই কথা মই ভবাই নাছিলোঁ। যদি এই কথা মই জানিলো হয়, তেন্তে এইবোৰ জঘণ্য হুকুম তামিল কৰি কেতিয়াও মই আপোনালোকক এই মাৰাত্মক অসুবিধাত নেপেলালো হয়।

এতিয়া মই তৌবা কৰি আপোনাৰ ভৰি ছুই ক্ষমা খুজিছো। আপুনি মোক ক্ষমা কৰক, আৰু আল্লাৰ গুৰিতো আপুনি দোৱা কৰক যাতে মোৰ এই গুনাহ মাফ হয়।

এতিয়াৰ পৰা মই আকৌ আপোনাৰ ভৰিত ধৰি প্ৰতিজ্ঞা কৰিছোঁ যে মোৰ জিৱীত অৱস্থাত কাকো মই আপোনাৰ পৱিত্ৰ দেহাত নখৰ আঁচোৰ এটা পৰ্য্যন্ত লগাবলৈ নিদিওঁ।"

হুৰৰ নিজৰ গুনাহৰ স্বীকাৰোক্তি শুনি হজৰত ইমাম হুচেন চাহাবৰ মন একেবাৰে কুমলি গ'ল। মৰমেৰে হুৰৰ মূৰত হাত ফুৰই অশেষ দোৱা কৰিলে যাতে আল্লায়ো তেওঁৰ তৌবা কবুল কৰে।

তাৰ পাছতে ইমাম হুচেন চাহাবে কলে,

"আৰবী ভাষাত হুৰ অৰ্থে মুক্ত। গতিকে হুৰ দোজখৰ জুইৰ পৰা মুক্ত হ'ল।"

## কুফাৰ শত্ৰু সৈন্যক হুৰৰ সম্বোধন

এইদৰে ইমাম হুচেন চাহাবৰ পৰা ক্ষমা ভিক্ষা কৰাৰ পাছত, হুৰে তৎক্ষণাত শত্ৰু সৈন্যসকলক সম্বোধন কৰি কলে,

"হে কুফাবাসীসকল! তোমালোকৰ হাকিমক, হজৰত ইমাম হুচেন

ৰোজিআল্লাহ আনহই দিয়া চৰ্ত্ত সমূহৰ ভিতৰত যেই সেই এটা চৰ্ত্তত মান্তি হবলৈ টানি নধৰা কিয় ?"

এনেতে এজনে মাত লগালে,

"আমাকনো কি সুধিছা ? সেনাপতি ওমৰক নোসোধা কেলেই ?"

সেনাপতি ওমৰে মাত দিলে,

"এই চৰ্ত্ত তিনিটাৰ ভিতৰত যেই সেই এটাত মান্তি হোৱাটোত মোৰ আন্তৰিক ইচ্ছা আছিল, কিন্তু ওপৰৱালাই নামানিলে।"

নৰাধম শিমৰে কিন্তু আঁৰৰ পৰা এইবিলাক কথা শুনি আছিল আৰু হুৰ দলত্যাগী হোৱাত তেওঁক বধ কৰিবলৈ খাপ লৈ আছিল।

যেতিয়া হুৰে নানান যুক্তি তৰ্কৰে কুফাৰ সৈন্যসকলক বুজাবলৈ ধৰিলে সেই বুজনিৰ উত্তৰ ৰূপে দূৰৈৰ শত্ৰু সৈন্যৰ ফালৰ পৰা কাঁড়ীয়ে জাকে জাকে কাঁড় বৰষিবলৈ ধৰিলে। যুদ্ধ আৰম্ভ হ'লেই কিজানি।

## যুদ্ধ আৰম্ভ

এইবাৰ সঁচাকৈয়ে এজিদ চৰকাৰৰ সেনাপতি ওমৰ বিন চাআদে হাতত কাঁড় ধনু লৈ হুচেনৰ ফৌজৰ পিনে টোৱাই কাঁড় এডাল মাৰি চিঞৰি কবলৈ ধৰিলে,

"চোৱা, চোৱা, তোমালোকে চোৱা ময়েই প্ৰথমে কাঁড় মাৰি যুদ্ধ আৰম্ভ কৰি দিলোঁ।"

তাৰ পাছত আৰু কোনো কথা নাই, তুমুল কাঁড়-ধনুৰ যুদ্ধ আৰম্ভ হৈ গ'ল।

আগৰ দিনৰ পুৰণি নিয়ম অনুসৰি দুয়ো পক্ষৰ পৰাই দুজন বা এজনকৈ যুঁজাৰু ময়দানৰ মাজত আহি বীৰদৰ্পে থিয় দিলেহি।

এজিদৰ সেনাৰ ভিতৰৰ পৰা পোন প্ৰথমে 'এচাৰ' আৰু 'চালম' নামৰ দুজন বীৰ পুৰুষে খোলা তৰোৱাল লৈ ঘোঁৰাৰ পিঠিৰ পৰাই বিপক্ষ দলক যুদ্ধলৈ আহবান কৰিলেহি।

ইমাম হুচেনৰ ফালৰ পৰা বিৰাট বপু আব্দুল্লা বিন উমেইৰ নামৰ বীৰ যোদ্ধা এজন ৰণলৈ ওলাল।

এই মানুহজন ঘৈণীয়েকৰে সৈতে ইমাম হুচেনৰ লগত মক্কাৰ পৰাই কুফালৈ আহিছিল।

এইজনা হুচেনি সৈন্যই অকলেই হুঙ্কাৰ এটা মাৰি ৰণত জপিয়াই পৰিল। একে চোঁচাতে বিপক্ষৰ দুয়োজন সৈন্যকে তৰোৱালেৰে ঘপিয়াই



ধৰাশায়ী কৰি দিলে। আব্দুল্লাই ৰণ ক্ষেত্ৰত শত্ৰুৰ ওপৰত জপিয়াই পৰা মাত্ৰকে, ঘৈণীয়েকে হাতত ৰাইডাং লাখুতি এডালকে লৈ কেতিয়া যে যুদ্ধৰত গিৰিহঁতৰ কাষত গৈ ঘনে ঘনে উৎসাহ দিবলৈ ধৰিলে, কোনেও তলকিবই নোৱাৰিলে। শত্ৰু নিপাত কৰাৰ পাছত হে নিজৰ স্বামীৰ লগত উভতি আহে।

এই তিৰোতাগৰাকীৰ সাহস দেখা পাই ইমাম হুচেন চাহাবে পেটে পেটে ভাল পাইছিল যদিও ভৱিষ্যতে তিৰোতা মানুহে যুদ্ধ কৰিবলৈ যোৱা ভাল নহয় বুলি মত দিলে।

তাৰ পাছত সেনাপতি ওমৰে নিজৰ অশ্বাৰোহী সৈন্য কেইজন লৈ আক্ৰমণ কৰিবলৈ ওলাই আহিল। হুচেনি ফৌজে যেতিয়া জানিব পাৰিলে যে শত্ৰুহঁতে এইবাৰ হাতত তৰোৱাল লৈ ভীম বেগে তেওঁলোকৰ ওপৰত জপিয়াই পৰিবহি, তেতিয়া হুচেনি ফৌজৰ সৈন্য কেইজনমানে উফৰি নপৰিবলৈ বালিত ভৰি পুতি হাতত যাঠী লৈ এনেভাবে থিয় দিলে গৈ যে শত্ৰুসকলৰ ঘোঁৰা বিলাকে ওচৰ পায়েই ভয় খাই তৎক্ষণাৎ উভতি ভিৰাই লৰ ধৰিলে। এই অৱস্থাত পাছফালৰ পৰা হুচেনি সৈন্য কেইজনে কাঁড় মাৰি প্ৰায় আটাই কেইজনকে ঘাইল কৰি পঠিয়ালে।

ইয়াৰ পাছত আকৌ এজন এজনকৈ বিপক্ষ দলৰ পৰা আৰু কেইবা-জনো বীৰ যোদ্ধা আহি, হুচেনি সেনাৰ প্ৰতাপত তিষ্ঠিব নোৱাৰি প্ৰাণ হেৰুৱায়।

এজিদৰ ফৌজৰ এই দুৰ্দশা দেখা পাই নায়কসকল হতাশ হ'ল। পাছত স্থিৰ কৰিলে যে এজন বা দুজনকৈ গৈ হুচেনি বীৰ যুঁজাৰুসকলৰ হাতৰ পৰা জীৱন লৈ অক্ষত দেহে ওলাই অহা সম্ভৱপৰ নহয়। গতিকে এজাক সৈন্য লৈ একেলগে আক্ৰমণ নকৰিলে আৰু উপায় নাই। কিয়নো এনেকৈ একে লগে জুমুৰি দি ধৰি আক্ৰমণ চলালে কেৱল শিলগুটিৰ আঘাতৰেই হুচেনৰ তাকৰীয়া ফৌজৰ শেষ কৰিব পৰা যায়।

সেনাপতি ওমৰে এই প্ৰস্তাৱ মতেই যুদ্ধ কৰা যে উত্তম পন্থা, মানি লৈ, এইবাৰ তেওঁৰ অধীনত থকা গোটেই ফৌজটোকেই একেলগে হুচেনি ফৌজক আক্ৰমণ কৰিবলৈ হুকুম দিলে। তয়াময়া ৰণ লাগিল, কোনে কাক কাটিলে, কোনে কাক মাৰিলে, একোৰে ঠিক নোহোৱা হ'ল। ইমাম হুচেন চাহাবো এই ফৌজৰ মাজত আছিল, কিন্তু কোনেও তেখেতক আক্ৰমণ কৰিবলৈ আগবঢ়া নাছিল। কিছু পৰৰ পাছত দেখা গ'ল যে শত্ৰু সৈন্যৰ অধিক সংখ্যক লোক কটা পৰিছে আৰু তাতোকৈ অধিক সংখ্যক লোক ঘাইল হৈছে। বাকী যিসকল ৰণ

ক্ষেত্ৰত এতিয়াও আছিল, সিহঁতেও হুচেনি ফৌজৰ প্ৰতাপত বিহ্বল হোৱা যেন দেখা গ'ল। লাহে লাহে যুদ্ধ প্ৰায় শেষ হওঁ হওঁ হৈছেহি যেন লাগিল।

এই ছেগতে ইমাম হুচেন চাহাবে নিজৰ দলৰ মানুহ সকলৰ অৱস্থাৰ পিনে লক্ষ্য কৰিবৰ সময় পালে। দেখিলে যে তেওঁৰ দলৰ মুচলিম বিন আউচজা নামৰ বীৰ যোদ্ধা এজন মূৰত আৰু বুকত সাংঘাতিক ৰূপে আঘাত পাই মাটিত বাগৰি পৰি আছে। তেওঁ সেই মানুহজনৰ পিনে লৰি গৈ দেখে যে অতিশয় ৰক্তপাত হোৱাৰ কাৰণে তেওঁৰ শেষ নিশ্বাস পেলাবৰ সময় হৈছেহি। ইমাম হুচেন চাহাবে তেওঁক কেৱল এই বুলিহে কব পাৰিলে যে, "তোমাৰ ওপৰত আল্লাৰ ৰহমত হ'ক।"

এই কথা শুনাৰ লগে লগে তেওঁৰ প্ৰাণ বায়ু ওলাই গ'ল। এওঁেই কাৰবালা ময়দানৰ পোন প্ৰথম শ্বহীদ।

যুদ্ধত বাৰে বাৰে সুবিধা কৰিব নোৱাৰি শিমৰৰ খঙ মূৰৰ চুলি পালেগৈ। শিমৰৰ মতে যুদ্ধ আজি শেষ হবই লাগিব। গতিকে এইবাৰ তেওঁ নিজে সেনাপতি ৰূপে অসংখ্য অশ্বাৰোহী সৈন্য লৈ হুচেনি ফৌজৰ বিৰুদ্ধে যুজ কৰিবলৈ ওলাল।

হুচেনি ফৌজৰ মাত্ৰ ৩০ জন অশ্বাৰোহী সৈন্যৰ বিৰুদ্ধে শিমৰৰ অসংখ্য অশ্বাৰোহী সৈন্যই বিশেষ একো তেনে সুবিধা কৰিব নোৱাৰিলে।

কথা বিষম দেখি শিমৰে তৎক্ষণাত আকৌ নতুন সৈন্যৰ সহায় বিচাৰিলে। নতুনকৈ আকৌ ৫০০ সৈন্য আহি যুদ্ধত যোগ দিয়াত আকৌ তয়াময়া ৰণ হ'ল। এইবাৰো শিমৰৰ অধিক সংখ্যক লোক হতাহত হ'ল যদিও, হুচেনি ফৌজৰো কেইজনমান হতাহত আৰু আহত হোৱাৰ উপৰিও তেওঁলোকৰ আটাইকেইটা ঘোঁৰা ঘাইল হৈ তেনেই অকামিলা হৈ ৰ'ল।

হৰেও এই হুচেনি ফৌজৰ লগত থাকি ৰণত একেবাৰে মতলীয়া হৈ আছিল। তেওঁৰ ঘোঁৰাটোও যেতিয়া ঘাইল হৈ মাটিত বাগৰি পৰিবৰ উপক্ৰম হ'ল, হৰে ততালিকে ঘোঁৰাৰ পিঠিৰ পৰা জাপ মাৰি, হাতত তৰোৱাল লৈ সিংহ পৰাক্ৰমে শত্ৰুৰ মনত ত্ৰাসৰ সঞ্চাৰ কৰি বহুতক ধৰাশায়ী কৰিলে, কিন্তু এতিয়ালৈকে কোনেও তেওঁৰ গাত অস্ত্ৰ হানিব পৰা নাছিল।

জোহৰৰ নামাজৰ সময় হ'লহি। কিন্তু যুদ্ধৰ প্ৰকোপ কম হোৱাৰ এতিয়ালৈকে একো চিন দেখা নাই। যুদ্ধ আগৰ দৰে চলিয়েই আছে। অস্ত্ৰৰ জুনজুননি, এক পক্ষৰ ঘোঁৰাৰ চেঁহ্‌চেহনি আৰু যোদ্ধাসকলৰ



কাট কাট মাৰ মাৰ ৰবে, কাৰবালা ময়দানখনত খদমদমনি লাগি গৈছে।

কিন্তু এই তাকৰীয়া দলটোৰ মানুহ কেইজনে যে এনেকৈ যুদ্ধ কৰিবৰ শক্তি অৰ্জ্জন কৰিব কোনেও ভবাই নাছিল। কিন্তু এই শক্তিৰ উৎস হ'ল তেওঁলোকৰ 'ইমান।' গতিকে ভেৰণীয়া সৈন্যই নো কেনেকৈ তেওঁলোকক সহজে ঘটুৱাব পাৰে।

যুদ্ধৰ এতিয়ালৈকে একো শেষ ফলাফল নোহোৱাৰ কাৰণে, এইবাৰ সেনাপতি ওমৰৰ হুকুম হ'ল যে হুচেনি ফৌজৰ তম্বুবিলাক ভাঙি উজাৰ কৰি দিব লাগে, যাতে তিনিওফালৰ পৰা গৈ আক্ৰমণ চলাবৰ সুবিধা হয়।

হুকুম মতে তম্বুবিলাক ভাঙিবলৈ বিপক্ষৰ সৈন্য কিছুমান আহি হাজিৰ হ'লহিয়েই। কিন্তু দেখা গ'ল যে হুচেনি ফৌজৰ চাৰি বা পাঁচজন মানুহেই শত্ৰু সৈন্যহঁতৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সক্ষম হ'ল।

এইদৰে বাৰে বাৰে বিফল মনোৰথ হোৱাত সেনাপতি ওমৰে এইবাৰ হুচেনি ফৌজৰ তম্বু বিলাকত কাঁড়ত জুই লগাই দূৰৰ পৰাই পুৰি পেলাবৰ সমৰ্থ হ'ল। দাউ দাউ কৰি জুই জ্বলি উঠিল, পিবলৈ পানী এটুপিও নাই, এনে অৱস্থাত জুই নুমায় কেনেকৈ? যি হক ইমাম হুচেন চাহাবৰ পৰিয়ালবৰ্গৰ তম্বুখনত কোনেও হাত নিদিয়াত কথমপিহে ৰক্ষা পৰিল।

আনফালে হলে যুদ্ধ চলিয়েই আছে। হুচেনি ফৌজৰ জহিৰ নামৰ বীৰজনে এতিয়াও শিমৰৰ সৈন্য সকলৰ লগত যুদ্ধত ব্যস্ত হয়েই আছে। নিজেও আঘাত পাইছে আৰু আনকো আঘাত কৰিছে, বহুত পৰলৈ তেওঁক কোনেও সেও কৰিব পৰা নাই। কিন্তু যিমানেই শক্তিশালী নহওক লাগে, এজন মানুহে নো শত্ৰুৰ অসংখ্য সেনাৰ বিৰুদ্ধে কিমান পৰ যুদ্ধ চলাই থাকিব পাৰে। দহজনমান, শত্ৰুক ঘাইল বা ধৰাশায়ী কৰাৰ ঠিক পাছতেই দেখে যে কুৰিজনমান নতুন সৈন্য আহি তেওঁৰ বিৰুদ্ধে যুজিছে। এনেকৈ যুদ্ধ কৰি থাকোঁতে থাকোঁতে বীৰ জহিৰো ভয়ানক ক্লান্ত হৈ পৰিল আৰু শ্বহীদ হৈ গ'ল। এইদৰেই হুচেনি ফৌজৰ প্ৰায় আটাইকেইজন বীৰেই এজন এজনকৈ শ্বহীদ হবলৈ ধৰিলে।

যুদ্ধৰ অৱস্থাই আৰু ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে। শত্ৰুহঁত কিছুমান আহি ইমাম হুচেন চাহাবৰ আৰু আন আন যুদ্ধ নকৰা ল'ৰা-ছোৱালী-হঁতৰ তম্বুৰ কাষ চাপিব ধৰিলে। শত্ৰুৰ মনত কি আছে কব নোৱাৰি। ইমাম হুচেন চাহাবৰ পৰিয়ালবৰ্গৰ সেই সময়ত মনৰ অৱস্থা নো কেনে ভুক্তভোগীয়েহে মাত্ৰ জানে, ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি।

যেতিয়া ইমাম চাহাবৰ পৰিয়ালবৰ্গৰ এই গতি, সেই সময়ত পোন প্ৰথমে যুঁজত নমা সেই বিৰাট বপু আব্দুল্লা বিন উমেইৰ নামৰ বীৰ যোদ্ধাজনে (যিজনৰ ঘৈণীয়েকে ৰাম টাঙোন এডাল লৈ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হৈছিলগৈ) অতি নিপুণতাৰে শত্ৰু সৈন্যক তম্বুৰ ওচৰৰ পৰা আকৌ দূৰলৈ খেদি নি, হেপাহ পলুৱাই শত্ৰু নিপাত কৰাৰ পাছত নিজেই সাংঘাটিক ৰূপে আহত হৈ মাটিত লুটিখাই পৰিল। তেতিয়া আৰু যায় ক'ত। শত্ৰু সৈন্যই তেতিয়াই তেওঁক শেষ কৰি থলে। আব্দুল্লাও শ্বহীদ হ'ল। দেখা গ'ল যে এইবাৰো ক'ৰবাৰ পৰা কোনেও নেদেখাকৈ শ্বীহদ আব্দুল্লাৰ ঘৈণীয়েকে বিজুলী বেগেৰে আহি শ্বহীদ গিৰিহঁতৰ তেজ বালি লাগি থকা মুখখন চাদৰৰ আচলেৰে মচি দি "আল্লাই ৰহম কৰক, আল্লাই ৰহম কৰক' বুলি কৈ কৈ কান্দি আছিল। শিমৰে নিজে এই দৃশ্যটো দেখা পাই তৰোৱালৰ এক ঘাপেৰে বেচেৰি তিৰোতাজনীকো খতম কৰি থলে। এই ভয়াবহ যুদ্ধত এৱেঁই একমাত্ৰ শ্বহীদ তিৰোতা।

হচেনি দলৰ অন্যতম সঙ্গী আবু আচামাই হজৰত ইমাম হচেনক কলে,

"হজুৰ, এটা এটাকৈ চবেই আল্লাৰ ওচৰত হাজিৰ হ'লগৈ আৰু আমাৰো বেছি সময় নাই, গতিকে জোহৰৰ নমাজৰ পাছতেই আমি আল্লাৰ ওচৰ পামগৈ বুলি আশা কৰিছোঁ।"

ইমাম চাহাবে তেওঁক কলে,

"মই কেইবাবাৰো জোহৰৰ নামাজ আদায় কৰিবলৈ সিহঁতৰ পৰা অলপ সময় বিচাৰিছিলোঁ, কিন্তু শত্ৰুপক্ষ মান্তি নহ'ল।"

## হুৰৰ শাহাদত

হবিব নামৰ এজন বীৰ, হচেন্নি ফৌজৰ সেনাপতি ৰূপে যুদ্ধ চলাই আছিল। তেওঁৰেই ইঙ্গিত অনুসাৰে হচেনি ফৌজে ইমান পৰলৈ যুদ্ধ চলাই থাকিবৰ সক্ষম হৈছিল। হচেনি ফৌজৰ প্ৰায়ভাগ যুজাৰুৱেই বৰ্ত্তমানে শাহাদত লাভ কৰি জন্নতবাসী হ'ল। মাত্ৰ আৰু কেইজনমান হে জন্নতবাসী হবলৈ বৰ আগ্ৰহেৰে বাট চাই আছে। এই থাপ লৈ থকা সকলৰ ভিতৰত হবিবেই আগৰণুৱা হৈ আল্লাৰ গুৰি পালেগৈ।

এইবাৰ হুৰৰ পালা। সেনাপতি হবিব শ্বহীদ হোৱাৰ লগে লগেই হুৰে একে চোঁচাই বিপুল বিক্ৰমেৰে তৰোৱাল ঘূৰাই ঘূৰাই একেবাৰে শত্ৰুৰ মাজত জাপ দি পৰিলগৈ। যাকে যতে পালে কাকো নেৰিলে।



শেহত হুৰৰ আগত তিষ্ঠিব নোৱাৰি শত্ৰু সৈন্য পাছ হুহকিবলৈ ধৰিলে। কিন্তু এজন মানুহে আৰু কিমান দূৰ নো চম্ভালিব পাৰে? শৰীৰ আগৰ পৰাই যাঠী জোং আৰু তৰোৱালৰ আঘাত পাই পাই ঘূণীয়া হৈয়েই আছিল, সেই কাৰণে তেওঁ এতিয়া লাহে লাহে নিস্তেজ হৈ মাটিত বাগৰিয়েই পৰিল। তাৰ পাছত তৎক্ষণাত তেওঁ শহীদ হৈ গ'ল।

কোনে জানিছিল যে যি ঠাইত হুৰে হুচেনি ফৌজটোক নমাবলৈ বাধ্য কৰিছিল, সেই ঠাইতেই ইমাম হুচেনৰ আগতেই তেওঁ নিজেই শ্বহীদ হব লগীয়া আছিল!

হজৰত ইমাম চাহাবে সকলো দেখিলে আৰু বুজিলে। কিন্তু জোহৰৰ নামাজৰ সময় উত্তীৰ্ণ হওঁ হওঁ হ'লহি তথাপি শত্ৰুৱে সময় নিদিয়ে। কিন্তু এই ঘোৰ বিপদৰ সময়তো ইমাম হুচেন চাহাবে 'চালাতুল খৌফ' পঢ়িলে আৰু নামাজো আদায় কৰিলে।

যুদ্ধ কিন্তু বন্ধ নহ'ল। জহিৰ নামৰ ইমাম হুচেন চাহাবৰ অন্তৰঙ্গ বন্ধুজনে এইবাৰ যুদ্ধ ক্ষেত্ৰত জাপ দি পৰিল। ইমাম হুচেন চাহাবৰ পৰা বিদায় লবৰ সময়ত তেওঁক কৈ গল,

"আজি আপোনাৰ কি ভাগ্য। আজি আপুনি নানায়েৰৰ (দঃ) লগত আৰু আপোনাৰ আই-বোপাইৰ লগত সাক্ষাত হোৱাৰ দিন। আজি আপোনাক 'মোবাৰক বাদ' (অভিনন্দন) দিছো।"

তেৱোঁ বিদায় লৈ গ'ল হে হয় কিন্তু উভতি আৰু নাহিল। শাহাদত লাভ কৰি ধন্য হ'ল।

এইদৰে প্ৰকৃত বীৰ যোদ্ধা সকলোৱেই শ্বহীদ হৈ গ'ল। মতা মানুহৰ ভিতৰত কেৱল মাত্ৰ থাকিল কেইজনমান ১৪।১৫ বছৰীয়া ল'ৰা, হজৰত ইমাম হুচেনৰ নিজৰ ল'ৰাহঁত আৰু তেওঁ নিজেই।

এই অৱস্থা দেখা পাই হজৰত ইমাম হুচেন চাহাব এইবাৰ নিজেই যুদ্ধ দিবলৈ সাজু হ'ল। এনেতে দুজন ল'ৰাই, ইমাম হুচেন চাহাবৰ আগত আহি কলেহি,

"হজৰত! আমি বাচি থাকোঁতে আপোনাক কেতিয়াও যুদ্ধলৈ যাব নিদিওঁ। এতিয়া আমাৰ উচিত যে আমি যি সকল আছো প্ৰত্যেকে এজন এজনকৈ গৈ শাহাদত লাভ কৰি আহোঁ। তাৰ পাছতহে আপুনি যি কৰে কৰিব, কিন্তু বৰ্ত্তমানে আমাক শ্বহীদ হোৱাৰ চৰাবৰ পৰা যেন বঞ্চিত নকৰে।"

এই বুলি কৈ উত্তৰলৈ বাট নেচাই হাতত পৰি থকা তৰোৱাল দুখন লৈ ভিৰাই শত্ৰু সেনাৰ মাজত জাপ দি পৰিলগৈ। কিন্তু নিমিষতে শ্বহীদ হৈ গ'ল।

এই ঘটনাৰ পাছতেই আৰু দুজন সৰু ল'ৰা ইমাম চাহাবৰ সমুখলৈ আহি হঠাৎ দেখোন হৰাওৱাৰে কান্দিবলৈ আৰম্ভ কৰিলে, সিহঁতক কন্দা দেখা পাই ইমাম চাহাবে কলে—

"বোপাহঁত তোমালোকে কান্দিছা কেলেই ? অলপ পৰ ক্ষান্ত হোৱা! চিৰকাললৈ তোমালোকৰ চকু আৰু মন জুৰ পৰি যাব। তেতিয়া আৰু কান্দিবৰ দৰ্কাৰ নহব।"

ল'ৰা দুজনে কিন্তু কান্দি কান্দি ভঙ্গা মাতেৰেই কলে,

"আঁমি নিজৰ প্ৰাণৰ মমতাত কন্দা নাই। আপোনাৰ অৱস্থা ভাবিহে আমি সহ্য কৰি থাকিব পৰা নাই। চাৰিওফালে দেখোন শত্ৰু সেনাই নাগুৰি ধৰিছেহি। আমাৰ বীৰ পুৰুষসকলৰ ভিতৰত এতিয়া আৰু কোনোৱে নৰ'ল। আপুনি এতিয়া বৰ অকলশৰীয়া। এনে অৱস্থাত, অথচ আমি আপোনাৰ একো সহায়ত আহিব নোৱাৰিলোঁ। দৰ্শক ৰূপে চাইহে আছোঁ। আমি আৰু সহি থাকিব নোৱাৰোঁ।"

এই বুলি কৈয়েই তৰোৱাল হাতত লৈ দুয়োজনে চকুৰ পলকতে ওচৰৰে শত্ৰু সৈন্য কেইজনমানৰ যাক য'ত যেনেকৈ পালে তৰোৱাল মৰিবলৈ ধৰিলে। কিন্তু ল'ৰা মানুহ, সিহঁতৰ ইমান শক্তি বা ক'ত ? এজিদৰ নিষ্ঠুৰ সৈন্যহঁতে এই ল'ৰা দুজনকো নেৰিলে। এই ল'ৰা দুজনো শ্বহীদ হৈ গ'ল।

হনজলা নামৰ আৰু এজন মাত্ৰ কিশোৰ ইমাম হচেন চাহাবৰ লগত বাকী ৰ'ল।— এইবাৰ এওঁৰ পালা। যুদ্ধক্ষেত্ৰত শত্ৰুৰ মাজত সোমাই এওঁ দেখোন অস্ত্ৰ ব্যৱহাৰ নকৰি চিঞৰি চিঞৰি কবলৈ ধৰিলে,

"হে দুশমনহঁত! কোৰাণ শৰিফত বৰ্ণোৱা 'আদ' আৰু 'ছমুদ' কওমৰ নিচিনাকৈ তহঁতৰো ধ্বংস অনিবাৰ্য্য। বাচিবৰ ইচ্ছা আছে যদি হজৰত ইমাম হুচেন চাহাবক তহঁতে শ্বহীদ নকৰিবি। যদিহে মোৰ হাক বচন নুশুন, তহঁতৰ অৱস্থা শিয়াল শগুনে নোখোৱা হব ঠিক জানিবি।"

আৰু ক'ত যায়, কোদোঁৰ বাঁহত হে যেন জুই লাগিল। এজনে আগবাঢ়ি আহি তাতে বেচেৰাক কাটি ডোখৰ ডোখৰ কৈ পেলালে।



## আলি বিন হুচেনৰ শ্বহীদ

এতিয়া আৰু হচেনি ফৌজ বুলিবলৈ নোহোৱাই হ'ল। বাকী থাকিল কেৱল হজৰত ৰসুলুল্লাহ চলল্লাহ আলেইহে ওৱালিহি অচল্লমৰ সন্তান-সন্ততি সকল। তাৰো ভিতৰত হজৰত ইমাম হুচেনৰ বাহিৰে বাকী সকলোবোৰ ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহ।

গতিকে এইবাৰ ইমাম হুচেন চাহাব চাহেবজাদা আলি আল্লাৰ নাম লৈ, আত্মীয় পৰিয়ালৰ পৰা বিদায় মাগি শ্বহীদ হবলৈ শত্ৰুৰ মাজলৈ বীৰ দৰ্পে আগবাঢ়ি গ'ল।

শত্ৰুৰ মাজলৈ গৈ তেওঁ চিঞৰি চিঞৰি তৰোৱাল ঘূৰাই ঘূৰাই কবলৈ ধৰিলে,

"মই আলি বিন হুচেন। মই শপত খাই কৈছোঁ[১] জাৰজ সন্তান কুফাৰ শাসনকৰ্ত্তা ওবেয়দুল্লাক আমাৰ ওপৰত হুকুম চলাব কেতিয়াও নিদিওঁ। আমি ভাঙি যাম তথাপি আমি কেতিয়াও বেকা হব নেজানো।"

এই বুলি কৈয়েই তেওঁ অসীম সাহসেৰে শত্ৰুৰ লগত যুদ্ধ কৰি, সিহঁতৰ কেইজনমানকো নোহোৱা কৰাৰ পাছত, মৰহ বিন মনফজ নামৰ শত্ৰু সেনা এজনৰ হাতত তেওঁ শ্বহীদ হয়। 'আহলে বয়তৰ' ভিতৰত এখেতেই কাৰবালাৰ প্ৰথম শ্বহীদ।

এই দৃশ্য দেখা পাই, অপৰূপ সুন্দৰী তিৰোতা এগৰাকীয়ে যুদ্ধৰ মাজলৈ হে ভতিজা হে ভতিজা বুলি চিঞৰি চিঞৰি আউলী বাউলী হৈ লৰ দিলে। এই তিৰোতা গৰাকী ইমান ধুনীয়া যে মানুহ ইমান ধুনীয়া হব পাৰে বুলি কোনেও ভাবিবকে নোৱাৰে। এৱেঁই জয়নৰ নিবনতে ফাতিমা অৰ্থাৎ ইমাম হুচেন চাহাবৰ ভনীয়েক।

ককায়েকে ভনীয়েকক এই অৱস্থাত দেখা পাই, পাছে পাছে লৰি গৈ, হাতখনত থাপ মাৰি ধৰি বলেৰে আকৌ তেওঁলোকৰ থকা ঠাই-ডোখৰলৈ আনি ভিতৰলৈ পঠিয়াই দিলে। তাৰ পাছত পুতেক আলিৰ পৰি থকা শটো ইমাম হুচেন চাহাবে নিজে কঢ়িয়াই নি জয়নব বিবিৰ গুৰিত পেলাই দিলেহি।

---

১। কথিত আছে যে ওবেইদুল্লাৰ বাপেকৰ নাম লব নোৱাৰি, কিয়নো তেওঁ যে জাৰজ এই কথা সকলোৱে জানে। কিন্তু তেওঁ লাজতে নিজকে জিয়াদৰ পুতেক বুলিহে চিনাকি দিয়ে। সেই কাৰণে তেওঁ নিজকে ওবেইদুল্লা বিন জিয়াদ বুলি কয়। দৰাচলতে জিয়াদ তেওঁৰ বাপেক নহয়।

## ইমাম হুচেন চাহাবৰ ককায়েকৰ পুতেক কাছেম বিন হাচানৰ শাহাদত

এইবাৰ অতি ধুনীয়া ল'ৰা এজন সুসজ্জিত বেশেৰে অথচ বাঘৰ নিচিনাকৈ জপিয়াই ময়দানত অৱতীৰ্ণ হ'ল। এই ল'ৰাজন এনেকুৱা ৰূপহ আছিল যে ৰণক্ষেত্ৰত প্ৰায় ভাগ মানুহেই পূৰ্ণিমাৰ জোনৰ লগত হে তেওঁক উপমা দিছিল। কিন্তু দুশমনৰ এই পূৰ্ণিমাৰ জোনটোৱে কোনো পিনে দৃকপাত নকৰি যাকে ওচৰত পালে অতৰ্কিতে তৰোৱাল চলাই দিলে। দুশমনেও কিন্তু শুদাই নেৰিলে। এজনে ল'ৰাজনৰ মূৰৰ সোঁ মাজতে অস্ত্ৰৰ ঘাপ বহুৱাই দিলে। আঘাত পায়েই চাচাজান! বুলি চিঞৰি চিঞৰি মাটিত লুটি খাই পৰিল। ল'ৰাজন ধৰাশায়ী হোৱা মাত্ৰকে চাচায়েক ইমাম হুচেন চাহাবে ভোকত থকা বাঘৰ নিচিনাকৈ সেই পিনে উধাতু খাই লৰি গৈ আক্ৰমণকাৰীৰ ওপৰত তৰোৱালৰ কোব বহুৱাই দিলেগৈ। কিন্তু মানুহজনে হাতেৰে নিজকে ৰক্ষা কৰিব যাওঁতেই তৰোৱালৰ কোবত মানুহজনৰ হাতখন কাটি দুডোখৰ হৈ দূৰৈত উফৰি পৰিলগৈ। এই অৱস্থাত মানুহজনে চিঞৰি বাখৰি আন আন সৈন্যসকলৰ দৃষ্টি আকৰ্ষণ কৰাত, সৈন্য কিছুমানে ইমান কোবেৰে সেইপিনে আহিবলৈ ধৰিলে যে ঠেলা হেচাত সেই আঘাত পোৱা মানুহজনকেই গচকি ফেনেকি তাৰ প্ৰাণবায়ু বাহিৰ কৰি দিলে। কিয়নো সেইৰূপে লৰি অহাত ইমান বালি উৰিছিল, যে ক্ষন্তেকৰ কাৰণে কাকো কোনেও নেদেখা হৈছিল।

সেই ছেগতে হজৰত ইমাম হুচেনে ল'ৰাজনৰ মূৰ শিতানৰ ফালে থিয় হ'লগৈ। শত্ৰু সকলে কিন্তু ইমাম হুচেন চাহাবক আক্ৰমণ কৰিবলৈ এতিয়াও সাহস কৰা নাছিল। ইমাম হুচেন চাহাবে যেতিয়া ল'ৰাটোৰ মূৰ শিতানত, সেই সময়ত ল'ৰাজনে শেষ নিশাহ ত্যাগ কৰিবলৈ হাত ভৰি জোকাৰি আছিল। ইমাম হুচেনে এই দৃশ্য দেখা পাই স্থান কাল পাহৰি কবলৈ ধৰিলে,

"বাপ! আজি যিসকল বেইমান পশুৱে তোমাৰ এই অৱস্থা কৰিলে সিহঁতৰ কিজানি জহন্নমতো ঠাই নহব। কিয়ামতৰ দিনা তোমাৰ নানায়েৰক আৰু বুঢ়া নানায়েৰক (দঃ) কি কৈফিয়ৎ দিব? আজি তোমাৰ চাচাজানৰ দুখ কুলাই পাচিয়ে নধৰা হৈছে--তুমি চিঞৰি আৱাজ দিছিলা, মই নুশুনিলোঁ আৰু যদিও বা শুনিলো তোমাক ৰক্ষা কৰিব নোৱাৰিলোঁ। আফচোচ, তোমাৰ চাচাজানৰ আজি চাৰিওফালে দুশমন,



দোস্ত বুলিবলৈ এজনো নৰ'ল। মই আজি নিচেই অকলশৰীয়া, কিন্তু আশা কৰোঁ যে অতি সোনকালে তোমালোকক চৰকে লগ ধৰিমগৈ।

ল'ৰাজনৰ সেই অৱস্থাতেই মৃত্যু ঘটিল। ইমাম হুচেন চাহাবে তেওঁৰ লাছটো কোনো ৰকমে ডাঙি আনি পুতেক আলিৰ লাছৰ কাষতে শুৱাই দিলেহি।

## কেচুৱাৰ শ্বাহাদত

বিপদ যেতিয়া আহে অকলে নাহে। হজৰত ইমাম হুচেনৰ বিবি গৰ্ভৱতী আছিল। খোদাৰ হুকুম, যি সময়ত আলি আৰু কাশেমৰ লাছ দুটা আগতে পৰি আছিল, ঠিক সেই সময়তেই, ইমাম হুচেনৰ বিবিৰ এটি পুত্ৰ সন্তান প্ৰসৱ হল। কেচুৱাটোক পৰিষ্কাৰ কৰাই দিয়াৰ পাছত, ইমাম হুচেন চাহাবৰ কাষলৈ অনা হ'ল। তেখেতে কেচুৱা-ফেৰিক অগত লৈ শৰিয়তৰ প্ৰথা অনুসৰি আজান শুনাবলৈ ধৰিলে। এনেতে হঠাৎ ক'ৰবাৰ পৰা দুশমনৰ কাঁড় এডাল আহি কেচুৱাৰ কোমল ডিঙিত বিদ্ধ হ'লহি। বেচেৰা কেচুৱা পোনাটিয়ে ধৰফৰাবলৈ ধৰিলে। ইমাম হুচেনে কাঁড়ডাল ডিঙিৰ পৰা টানি উলিওৱাত, সেই বিন্ধাইদি কেচুৱাৰ গাৰ পৰা তেজৰ সোঁত বৰলৈ ধৰিলে। থিতাতে কোলাৰ কেচুৱাও কোলাতে শ্বহীদ হৈ গ'ল। কেচুৱাৰ সেই তেজ সোপাকে বাপেকে হাতৰ চলুত লৈ, শ্বহীদ কেচুৱাৰ গোটেই শৰীৰতে ৰঙ বোলাই দি কলে,

"যোৱা পোনা যোৱা! আল্লাতালাৰ গুৰিত হজৰত চালেহ আলেইহিচ চালামৰ মাইকী উটজনীতকৈ তুমি বেছি মৰমৰ।"

(পয়গম্বৰ চালেহ (আঃ) যেতিয়া বিধৰ্মী সকলৰ গুৰিত গৈ ধৰ্ম তত্ত্ব প্ৰচাৰ কৰিছিলগৈ, মানুহসকলে তেওঁক পয়গম্বৰ বুলি নেমানিলে। পাছত মানুহসকলে চালেহ (আঃ)ক কলে যে যদি কিবা মোজেজা বা অলৌকিক ঘটনা তেওঁ দেখুৱাব পাৰে, তেনেহলে সিহঁতে তেওঁক পয়গম্বৰ বুলি মানিব পাৰে। এই কথাত, আল্লাৰ হুকুমত ওচৰৰে পাহাৰ এখনৰ শিল এচটা ফাটি তাৰে ভিতৰৰ পৰা প্ৰকাণ্ড গৰ্ভৱতী উট এজনি ওলাই আহিল আৰু অলপ পাছতে পোৱালী এটাও প্ৰসৱ কৰিলেহি। মানুহে দেখি আচৰিত হ'ল।

কিন্তু চালেহ পয়গম্বৰে কলে যে এই উট মানুহ সকলক কেৱল সিহঁতৰ 'ইমানৰ' চিন স্বৰূপেহে আল্লাতালাই দিছে। যদিহে মানুহে

সেই উটজনীৰ কিবা অপকাৰ কৰে, তেনেহলে নিজৰ 'ইমানৰ' অপকাৰ কৰা হব। সেয়ে হলে মানুহ সকল ধ্বংস হৈ যাব।

কিছুদিনৰ পাছত মানুহে সেই উটজনীক বধ কৰিলে, পোৱালী উটটো গৈ আকৌ পাহাৰৰ সেই শিলটোৰ ভিতৰত সোমাই অদৃশ্য হৈ গ'ল। এই কুকাৰ্য্যৰ শাস্তিৰূপে, মানুহসকলৰ দেশত প্ৰবল ভূমিকম্প হৈ সকলোকে ধ্বংস কৰি দিলে। এয়ে ইমানৰ পৰীক্ষা।)

এইবাৰ হজৰত ইমাম হুচেন চাহাব নিজেই যুজিবলৈ ওলাল। কোনো মানুহেই আৰু এতিয়া শহীদ হবলৈ বাকী নৰল। ইমাম হুচেন চাহাবো কম বীৰ পুৰুষ নাছিল। তেখেতক এইবাৰ যুদ্ধৰ বেশত দেখা পাই জাকে জাকে শত্ৰু সৈন্য আহি আগুৰি ধৰিলেহি। কিন্তু কোনেও তেখেতক আক্ৰমণ কৰিবলৈ সাহস কৰা নাছিল। তেখেতক হত্যা কৰাটো যে বৰ গুনাহৰ কাম। এই হেতু তেখেতক বধ কৰিবলৈ ইজনে সিজনক পাছে, আৰু সিজনে ইজনক কয় যে তুমিয়েই আৰম্ভ কৰা, আমি লগ দিম। কিন্তু পোনতে গৈ তেখেতৰ ওপৰত আক্ৰমণ চলাবলৈ কাৰো সাহস নহ'ল।

এনেতে দেখা গ'ল যে অতি কোমল বয়সৰ ল'ৰা এজনে হাতত থাৰি এডাল লৈ খণ্ড মূৰ্তি ধৰি শত্ৰু সৈন্যৰ ফালে লৰি আহিবলৈ ধৰিলে। ল'ৰাজনক এইদৰে শত্ৰুৰ পিনে লৰ মৰা দেখা পাই, জয়নৱ বিবিয়ে পাছে পাছে খেদি গৈ ল'ৰাজনক ধৰি পেলালে। ল'ৰাজনৰ চিঞৰৰ বাখৰ শুনি ইমাম হুচেন চাহাবেও সেই পিনে ঘূৰি চাই দেখি সকলো কথা বুজিলে। তেখেতে তাৰে পৰাই চিঞৰি চিঞৰি ভনীয়েক জয়নৱ বিবিক, বলেৰে ভতিজাকক (ইমাম হাচানৰ দ্বিতীয় পুত্ৰ) পৰ্দ্দাৰ আঁৰলৈ নিবলৈ কলে।

কিন্তু জয়নৱ বিবিয়ে ল'ৰাজনক ধৰি ৰাখিব নোৱাৰিলে। একে আঁজোৰে নিজকে মুক্ত কৰি লৈ আকৌ লৰি গৈ শত্ৰু সৈন্যৰ মাজ পালেগৈ। বহৰিন নামৰ নিষ্ঠুৰ প্ৰকৃতিৰ শত্ৰু এজনে তৰোৱালখন ডাঙি লৈ ল'ৰাজনক কাটিবলৈ উপক্ৰম কৰাত, ল'ৰাজনে কলে,

"থবিছ ক'ৰবাৰ, তহঁতে আমাৰ চাচাজানকো হত্যা কৰিবলৈ খুজিছ?"

এই কথা কোৱা মাত্ৰকে নিষ্ঠুৰ পাপাত্মাজনে, তৰোৱালৰ ঘাপ এটা মাৰি ল'ৰাজনৰ হাত এখন কাটি পেলালে। ল'ৰাজনে চিঞৰি চিঞৰি মাটিত বাগৰি পৰিল।

ইমাম হুচেন চাহাবে এই ঘটনা দেখা পাই লৰি গৈ নিজৰ যুদ্ধ বন্ধ কৰি, ভতিজাকক কোলাত ডাঙি লৈ বুকত সাৱটি ধৰি কলে,



"চবুৰ কৰা ভতিজা, চবুৰ কৰা। বিহিস্তৰ পৰা হাত বাউলী দি সৌৱা কোনে মাতি আছে চোৱা। ল'ৰাৰ মুখত হাঁহি বিৰিঙি উঠিল আৰু সেই পিনে চাই চাই শহীদৰ শেষ নিশাহ ত্যাগ কৰিলে।

## হজৰত ইমাম হুচেনৰ (ৰেঃ) ধৈৰ্য্যৰ বান্ধ ভাঙিল

শহীদ ভতিজাকক কোলাৰ পৰা নমাই মাটিত থৈয়েই ইমাম হুচেন চাহাবে একেজাপে খোলা তৰোৱাল হাতত লৈ সিংহ বিক্ৰমেৰে, আগুৰি থকা শত্ৰু সৈন্যৰ মাজলৈ গৈ, কচু কটা দি সিহঁতক কাটিবলৈ ধৰিলে। বিপুল সাহসেৰে আৰু অতি দক্ষতাৰে যুদ্ধ কৰি বিপক্ষ সৈন্যৰ মনত ভীতি সঞ্চাৰ কৰি তুলিলে। তেখেতৰ নিজৰ শৰীৰত যে কিমান কাঁড়ৰ আঘাত পাইছিল, সেইবোৰ তেওঁ ভ্ৰূক্ষেপেই কৰা নাছিল।

অকলশৰে এইদৰে সিংহ বিক্ৰমেৰে শত্ৰুক আক্ৰমণ কৰি থকা দেখা পাই, আব্দুল্লা বিন এমাৰ নামৰ এজন মুখিয়াল শত্ৰু সেনাই এই বুলি মন্তব্য প্ৰকাশ কৰিছিল,

"মই নিজে ইমাম চাহাবক কেবাবাৰো যাতীৰে হানি আক্ৰমণ কৰিছিলোঁ। যদি মই ইচ্ছা কৰিলোঁ হয়, মই তেখেতক তেতিয়াই শেষ কৰি থব পাৰিলোঁ হয়। কিন্তু এই গুনাহৰ ভাগী হবলৈ মোৰ সাহস নহল। ইমাম হুচেনৰ ওপৰত কিন্তু চাৰিও ফালৰ পৰা আক্ৰমণ চলিয়েই আছিল। তেওঁ যি ফালেই ঘূৰে, তেওঁৰ শত্ৰুহঁত পাছ হুহকি যাবলৈ বাধ্য হয়। ইমান কষ্ট আৰু আপদ-বিপদৰ মাজতো, তেওঁৰ ধৈৰ্য্য অটুত ৰাখি বিচলিত নহৈ, এইদৰে যুজিব পৰা শক্তি এতিয়াও যে ক্ষুণ্ণ নোহোৱাকৈ ৰাখিব পাৰিছে, সেইটোহে মই লক্ষ্য কৰিছিলোঁ। তেখেতৰ মুখখনিও লক্ষ্য কৰাত তাত অকণিও নৈৰাশ্যৰ চিন-চাব নেদেখি, বৰঞ্চ তেখেতৰ নুৰাণি চেহেৰাৰ জেউতিৰ প্ৰভাৱ দেখিহে মই বৰ আচৰিত হৈছিলোঁ। শৰীৰত এই বলশক্তি আৰু চেহেৰাৰ এই নুৰাণি জেউতি তেওঁ পালে ক'ৰ পৰা?"

যি হক নহক আক্ৰমণৰ ঘাত-প্ৰতিঘাতৰ বিৰাম নাই। অনবৰত চলিবই ধৰিছে। শত্ৰুৱে চোঁচামাৰি আগবাঢ়ি আহি তৰোৱালৰ ঘাপ মাৰে, ইমাম হুচেন চাহাবে চকুৰ পলকতে অতি নিপুণতাৰে সৈতে সেই আঘাতৰ পৰা নিজকে ৰক্ষা কৰে। তেওঁ নিজেও এফালে চোঁচা মাৰি খেদি যায় আৰু শত্ৰুহঁতে তেওঁৰ সমুখৰ পৰা হৰমুৰকৈ পাছ হুহকি যায় হে হয় কিন্তু পাছফালৰ পৰা আৰু এজাক সৈন্য আহি ইমাম চাহা-

বক আক্রমণ কৰে। ইমাম হুচেন চাহাবে নিজেই তেওঁৰ মোবাৰক শৰীৰৰ পৰা কাঁড়বিলাক টানি টানি উলিয়াই লৈ, আকৌ যুদ্ধত লিপ্ত হয়। এইদৰে যুদ্ধ চলিয়েই আছিল।

হজৰত ইমাম হুচেন চাহাবে অকলে অকলে আৰু কিমান পৰ এইদৰে যুদ্ধ চলাই থাকিব। মৰণত শৰণ দি লাজ কাজ কাটি কৰি থৈ এইবাৰ ৰূপৱতী জয়নব বিবিয়ে শত্ৰু সৈন্যৰ মাজত সোমলহি।

তেখেতক যুদ্ধৰ ময়দানত দেখা পাই, শত্ৰু সৈন্যহঁতে সম্ভ্ৰমেৰে আঁতৰি গৈ এপিনে থিয় দিলে গৈ। ময়দানৰ এচুকে সেনাপতি ওমৰক দেখা পাই জয়নব বিবিয়ে তেওঁৰ ওচৰলৈ গৈ কলে,

"কি বাহাদুৰ সেনাপতি তুমি! তোমালোকৰ আজিৰ অমানুষিক কাণ্ড দেখা পাই আচমানখন জমিনৰ ওপৰত পৰি খণ্ড বিখণ্ড হৈ ভাগি পৰিলেও একো আচৰিত কথা নহব। হে ওমৰ! আজি তোমাৰ চকুৰ আগতে কি মোৰ ভাইজানক এনেকৈ কতল হৈ যাবগৈ দিবা?"

জয়নব বিবিৰ এই কথা শুনি, ওমৰে মুখখন আনফালে ঘূৰাই নিলে যদিও চকুৰ পানী যে টোপটোপকৈ তেওঁৰ ডাড়িয়েদি বৈ গৈছিল সেইতোহে লক্ষ্য কৰিবৰ বিষয় হৈছিল।

ইয়াৰ পাছতো কিন্তু শত্ৰু সৈন্যই যুদ্ধত ক্ষান্ত নিদিলে। ইমাম হুচেন চাহাবে ভনীয়েকক কাকুতি মিনতি কৰি ৰণস্থলীৰ পৰা গুচি যাবলৈ কলে।

হজৰত জয়নব বিবি গুচি যোৱাৰ পাছতে আকৌ নকৈ ইমাম হুচেনক শত্ৰুহঁতে আক্ৰমণ কৰিবলৈ ধৰিলে। দুঘন্টামান এইদৰে যুঁজত লিপ্ত থকাৰ পাছত ইমাম হুচেন চাহাবৰ বৰ পিয়াহ লাগিল। পিয়াহত অস্থিৰ হৈ পানী খাবলৈ বুলি প্ৰবল পৰাক্ৰমে শত্ৰু সৈন্য ভেদ কৰি তেওঁ ইয়োক্ৰেটিচ নৈৰ পিনে আগ বাঢ়িবলৈ ধৰিলে। আগতো শত্ৰু, পাছতো শত্ৰু, চাৰিওপিনেই শত্ৰু। তেওঁ আৰু বেছি দূৰ যাব নোৱাৰিলে।

মাজ বাটমান পাওঁতেই হঠাৎ দূৰৈৰ পৰা কাঁড় এডাল আহি ভীষণ ভাৱে তেওঁৰ ডিঙ্গিত বিদ্ধ হৈ ৰ'লহি। ইমাম হুচেন চাহাবে কাঁড়ডাল বলেৰে ডিঙ্গিৰ পৰা উঘালি অনাৰ পিছত, সেই বিন্ধাইদি জোলোকা জোলোকে তেজৰ সোঁত বৰলৈ ধৰিলে। তেখেতে নিজে মুনাজাত কৰাৰ দৰে গম্ভীৰ ভাৱে থিয় হৈ হাতৰ চলু শৰীৰৰ তেজেৰে পূৰ্ণ কৰি ওপৰলৈ ছাটি মাৰি দি, আল্লাৰ শুকুৰ আদায় কৰি মাত্ৰ ইয়াকেহে কলে,

"আল্লা তুমি সাক্ষী আছা। তোমাৰ ৰসুলৰ নাতিয়েকৰে সৈতে পশুবলেৰে বলী শত্ৰুহঁতে আজি কি ব্যৱহাৰ কৰিছে।"



ইয়াৰ পাছত তেওঁ আৰু আগ বাঢ়িবলৈ নোৱাৰিলে, গতিকে পানী খোৱাও নহ'ল, পানী খাবলৈ নিদিলে। গতিকে তেওঁ নিজৰ পৰিয়াল-বৰ্গৰ সৈতে মিলিত হবলৈ লাহে লাহে সেইপিনে খোজ ললে। কিয়নো তেওঁ গম পাইছিল যে তেখেতৰ আৰু এই জগতত সৰহ সময় নাই। শৰীৰ নিস্তেজ হৈ আহিছে, পিয়াহত অন্ঠ কন্ঠ শুকাই আহিছে আৰু ইপিনে ডিঙিয়েদি প্ৰবল ভাৱে তেজৰ সোঁত বৰলৈ ধৰিছে, তদুপৰি গোটেই শৰৰীতে আঘাতৰ যন্ত্ৰণাই পীড়ন কৰিবই লাগিছে। কোন পিনে চম্ভালিব। কিমান পৰনো আৰু?

লাহে লাহে তেওঁ উভতি গৈ নিজৰ পৰিয়ালবৰ্গৰ কাষ পালেগৈ। কিন্তু ওচৰ পাই দেখি তেওঁ উচাপ খাই উঠিল, কিয়নো বজ্জাত শিমৰে হিংস্ৰ জন্তুৰ দৰে সৈন্য কিছুমান লৈ ইতিমধ্যেই তেওঁৰ পৰিয়ালবৰ্গক বেৰি ধৰি, তেওঁলোকৰ বয়বস্তু লুটপাত কৰিবৰ উপক্ৰম কৰিছে। ভূতৰ ওপৰত যেন দানৱে আহি দেখা দিছেহি।

ঠিক এনে সময়তেই হজৰত ইমাম হুচেন চাহাব তেজেৰে তুমৰলি হৈ সেই ঠাইত উপস্থিত হোৱাত, শিমৰৰ সৈন্য বিলাকে ভয় খাই গ'ল আৰু মূৰ পোলোকা মাৰি ইফাল সিফাল কৰিব ধৰিলে। শিমৰ কিন্তু সেই ঠাইৰ পৰা নলৰিল।

শিমৰক দেখা পাই আৰু সিহঁতৰ উদ্দেশ্যৰ কথা বুজিব পাৰি ইমাম হুচেন চাহাবে ক্ষীণ মাতেৰে শিমৰৰ পিনে চাই চাই কলে,

"শিমৰ! তই ধৰ্মলৈ পৰোৱা নকৰ জানো। সিপুৰীলৈ তোৰ অকণিও ভয় নাই তাকো জানো। তই যে অতি বাহাদুৰ মানুহ সেইটোও মই নজনা নহওঁ। তথাপি তই এই দুনীয়াত থকা দিন কেইটাত অন্ততঃ দুনীয়াৰ ভদ্ৰতাৰ কথা সমূহ পাহৰি নেযাবি। মোৰ পৰিয়ালবৰ্গক অন্ততঃ ভদ্ৰামিৰ খাতিৰত, তোৰ লগৰ চিকাৰী বাঘহঁতৰ হাতত পেলাই নিদিবি।"

কিবা ভাবি এই কথাত শিমৰ মান্তি হ'ল। ইমাম চাহাবৰ পৰিয়াল বৰ্গক ৰক্ষা কৰিব বুলি সি প্ৰতিজ্ঞাও কৰিলে।

কিন্তু ইমাম হুচেন চাহাব যে এতিয়াও জীৱিত আছে, এয়ে শিমৰৰ আক্ষেপ। শিমৰৰ আৰু ওমৰৰ সৈন্যসকলে কেতিয়াবাই ইমাম হুচেন চাহাবক শেষ কৰি থব পাৰিলে হয়, কিন্তু এই ভীষণ গুনাহৰ কাম কৰিবলৈ সহজে কোনেও সাহস কৰা নাছিল। সেই কাৰণে শত্ৰু সৈন্যহঁতে ইমান পৰলৈ অনিচ্ছা সত্বেও যুদ্ধ চলাই আছিল।

এই কথাত শিমৰৰ এইবাৰ বৰকৈ খঙ উঠিল। সেই কাৰণে শিমৰে নিজৰ সৈন্যহঁতক কাপুৰুষ, ভীৰু আদিৰ আখ্যা দি যথেষ্ট ভৰ্ৎসনা

কৰি ইমাম হুচেন চাহাবক 'কতল' কৰিবলৈ বিশেষ উৎসাহ দি উচটাই দিবলৈ ধৰিলে।

## শাহাদতে আজম

শিমৰৰ ডাবি খাই সৈন্যসকল এইবাৰ সজাগ হ'ল। পোনতে 'জুৰআ' নামৰ সৈন্য এজনে ইমাম হুচেন চাহাবৰ মোবাৰক হাত এখন তৰোৱালৰ কোব বহুৱাই কাটি পেলালে। লগে লগে তেওঁৰ কান্ধৰ ওপৰত তৰোৱালেৰে ভীষণ আঘাত কৰিবলৈ ধৰিলে। আগৰে পৰাই ৰক্তপাত হৈ কমজোৰ হৈ থকাৰ কাৰণে, ইমাম হুচেন চাহাবে, এইবাৰৰ সাংঘাতিক আঘাতত আৰু স্থিৰে থাকিব নোৱাৰি মাটিত লুটি খাই পৰিল। তেওঁক এইদৰে মাটিত পৰি যোৱা দেখা পাই, শত্ৰু সৈন্য কিছুমানে নিজেই ভয়তে উফৰি আঁতৰত পৰিলগৈ।

কিন্তু 'শিনান' নামৰ নিষ্ঠুৰ প্ৰকৃতিৰ সেনা এজনে অকণো ভয় নকৰি, হজৰত ইমাম হুচেন চাহাবৰ শৰীৰত ইচ্ছামতে যাঠীৰে খোঁচ মাৰিবলৈ ধৰিলে। তথাপি নিষ্ঠুৰ শিনানৰ হতাহ নপলাল। অইনকি ইমাম হুচেন চাহাবৰ মূৰটো কাটি লবলৈ আন এজনক হুকুম কৰিলে, কিন্তু এই কাৰ্য্য কৰিবলৈ কোনেও আগবাঢ়ি নহাত, খঙতে বাহাদুৰী দেখুৱাবলৈ পাষণ্ড শিনানে নিজেই হজৰত ইমাম হুচেনৰ (ৰঃ) মোবাৰক মূৰটো ধৰৰ পৰা কাটি একেবাৰে বেলেগ কৰি দি 'খওলি' নামৰ আন এজন পাপীষ্ঠৰ হাতত গতাই দিলে।

এতিয়াহে হজৰত ইমাম হুচেন বেজিআল্লাহু আলহু শ্বহীদ হ'ল।

"ইন্না লিল্লাহে অ ইন্না ইলেইহে ৰাজেউন" শ্বহীদ ইমাম হুচেনৰ শৰীৰটোত দেখা গ'ল যে তেখেতৰ গাত ৩৩টা যাঠীৰ খোঁচ আৰু ৩৪টা তৰোৱালৰ আঘাত আছিল।

এই অমানুষিক হত্যাকাণ্ড সংঘটিত হোৱাৰ লগে লগেই, ইমাম হুচেন চাহাবৰ পৰিয়ালবৰ্গৰ কথা এৰি দিও, আচমান জমিন যেন থৰ্ থৰ্ কৈ কঁপি উঠিল। হাবি বননি, ময়দান-মৰুভূমি, নদী পৰ্ব্বত চাৰিওফালৰ পৰা আওৱাজ আহিল হায় হুচেন! হায় হুচেন।

যেতিয়া চাৰিওফালৰ পৰা হায় হুচেন! হায় হুচেনৰ ৰোল আকাশে বতাহে চাৰিওপিনে বিয়পি পৰিল, নৰাধম পাষণ্ড শিনানৰো হিয়া কিবা যেন অজানিত আশঙ্কাত কঁপিবলৈ ধৰিলে। এতিয়াহে তাৰ এই হীন কাৰ্য্যৰ গুৰুত্ব বুজি, ভয়তে পগলা হোৱা দি হ'ল। পাপীষ্ঠৰ চেহেৰাৰ



পৰিবৰ্ত্তন হৈ কিম্ভুত কিমাকাৰ জীৱ এটা যেন হৈ পৰিল। নিজৰ দলৰ মানুহ দেখিও ভয় খোৱা হ'ল। অৱশেষত তৰণি নেপাই ময়দানৰ জনমানৱ নোহোৱা নিজান ঠাই এডোখৰত গৈ আশ্ৰয় ললেগৈ। কিন্তু তাতো যেন সেই একে হায় হুচেন! হায় হুচেন ধ্বনি। ভয়তে চাৰিওফালে ডিঙি ঘূৰাই ঘূৰাই সতৰ্ক ভাবে চাবলৈ ধৰিলে, কিজানি কোনোবাই তাৰো শিৰচ্ছেদ কৰিবলৈ আহিছে।

এই নৰাধমে তাতো একো শান্তি নাপাই, একেবাৰে সেনাপতি ওমৰৰ থকা ঠাইৰ পিনে লৰ ধৰিলে। তাৰ দৃঢ় বিশ্বাস আছিল যে তেওঁৰ বাহিৰে তাৰ এই জঘন্য কাম আৰু কোনেও সমৰ্থন নকৰে।

গতিকে সেনাপতি ওমৰৰ তম্বুৰ সমুখত গৈ শিনান পাপিষ্ঠই বাহাদুৰী লবলৈ চিঞৰি চিঞৰি বৰ উত্তেজিত হৈ কবলৈ ধৰিলে,

"আনক, আনক, মোৰ কাৰণে ধন সোণ কি আছে আনক! ময়েই আজি আপোনাৰ হুকুম মতে প্ৰধান শত্ৰুক নিপাত কৰিলোঁ। মই আজি সেই জনৰেই মূৰটো কাটি ললোঁ, যিজনৰ পিতৃ-মাতৃ বংশ গৌৰৱত আটাইতকৈ ওখত।"

সেনাপতি ওমৰে তেতিয়াই তাক মাতি তম্বুৰ ভিতৰলৈ নি কলে,

"বলিয়া! তই মুখখন বন্ধ কৰিবিনে নকৰ?" এই বুলি কৈ ওচৰতে পৰি থকা বেত এডাল লৈ বেচকৈ মূৰৰ পৰা ভৰিলৈকে কোব কেইটামান শোধাই দি আকৌ কলে,

"বলিয়াটো ক'ৰবাৰ! এই কথা কৈ কৈ তই চিঞৰি ফুৰিছ কিয়? যদি আজি তোৰ এই গৌৰৱৰ কথা অইনকি ওবায়দুল্লা বিন জিয়াদেও শুনিলে হয়, তেনেহলে তোক হাৰামজাদা একে ঘাপতে তোৰো মূৰটো কাটি থলে হয়।"

গতিকে নৰাধম নিষ্ঠুৰ শিনান সঁচাকৈয়ে বলিয়া হোৱাৰ উপক্ৰম হ'ল। যিফালে যেন কাণ দিয়ে সেইফালেই হায় হুচেন, হায় হুচেনৰ ধ্বনি--বতাহতো সেই একেই মাত, চৰাই চিৰিকতিৰ মুখতো যেন সেই ধ্বনি, শত্ৰুৰ মুখতো সেই হায় হায়, অইনকি মিত্ৰৰ মুখতো সেই হায় হুচেনৰ ধ্বনি--সি বলিয়া নহৈ আৰু কি হব? শত্ৰু মিত্ৰ সকলোৰে তাক ঘিণ কৰা হ'ল। পাপৰ পৰিণাম সি হাতে হাতে পালে।

তথাপি একমাত্ৰ শিমৰৰ গুৰিতেই যি অলপ তাৰ আদৰ, সেই কাৰণেই এতিয়া শিমৰেই হ'ল তাৰ আশ্ৰয়স্থল।

## হজৰত ইমাম হুচেনৰ (ৰেঃ) অৰক্ষিত পৰিয়ালবৰ্গ

শহীদ ইমামৰ পৰিয়ালবৰ্গৰ ভিতৰত তেখেতৰ পুতেক জয়নল আবেদিন এতিয়াও ৰোগশয্যাত কাতৰ হৈ পৰি আছে। অলপ পাছতে দেখোন শিমৰ আহি সেই ঠাইত ওলালহি। জয়নল আবেদিনক জীয়াই থকা দেখা পাই পাষণ্ড শিমৰে লগৰ সঙ্গী কেইজনমানক কলে,

"ইয়াকো জীয়াই ৰখাৰ একো কাম নাই। শত্ৰু যি শত্ৰুয়েই। মাৰ ইয়াকো।"

শিমৰৰ এই কঠোৰ আদেশ শুনি, লগৰ সঙ্গীসকলে কলে, "হজুৰ, এনেয়ে ৰুগীয়া, তাতে আকৌ ল'ৰা মানুহ, এনে স্থলত এই কাম আমাৰ হতুৱাই যেন নকৰায়, আৰু আপুনি নিজেও যেন নকৰে।"

এই কথা শুনি শিমৰৰ বৰ খঙ উঠিল আৰু নিজেই জয়নল আবেদিনক হত্যা কৰিবলৈ তৰোৱাল খাপমুক্ত কৰি ৰুগীয়া জয়নলক ঘপিয়াবলৈ প্ৰস্তুত হ'ল।

খোদাৰ হুকুম, ঠিক এই সময়তে সেনাপতি ওমৰ আহি সেই ঠাই ওলালহি। আল্লাই যাক বচায় এনেকৈয়েই বচায়।

শিমৰৰ উদ্দেশ্য বুজি পাই, সেনাপতিয়ে চকু ৰঙা কৰি তৎক্ষণাত হুকুম দিলে,

"মোৰ আদেশ, আমাৰ কোনো সৈন্যই বা সহকাৰী সেনাপতিহঁতেও, মোৰ বিনা অনুমতিত, তিৰোতা মানুহ আৰু ল'ৰা-ছোৱালী থকা ঠাইলৈ আহিব নোৱাৰে। তিৰোতা মানুহসকলক অইনকি মুখৰ কথাৰেও অপমান কৰিব নোৱাৰে। কাকো কটা মৰা কৰিব নোৱাৰে আৰু কোনো ৰকম লুটপাত আদিও কৰিব নোৱাৰে। যদি তোমালোকে ইয়াৰ পৰা কিবা বস্তু ডাঙি লৈছা, এতিয়াই ওভোতাই দিয়া।"

ৰুগীয়া জয়নল আবেদিনে যেতিয়া সেনাপতিয়ে নিজ সৈন্যৰ ওপৰত এই কঠোৰ আদেশ জাৰী কৰা শুনিলে, মনতে বৰ শান্তি পালে। ৰুগীয়া মাতেৰেই সেনাপতি ওমৰৰ পিনে চাই কলে,

"আল্লাই আপোনাৰ ভাল কৰক। আপোনাৰ কথায়ে আমাক বচালে। বাচিবৰ ইচ্ছা নাই যদিও এই অসহায় পৰিয়ালটোৰ কাৰণে মই বাচিবই লাগিব। আল্লাৰ শুকুৰ কৰিছোঁ।"

সেনাপতি ওমৰৰ চৰিত্ৰ বুজা বৰ টান। এফালে আহলে বয়তৰ ওপৰত তেওঁৰ ইমান মৰম ভক্তি, কিন্তু আনফালে হলে দেখোন তেওঁ-লোকৰ ওপৰত তিমানেই খঙ ৰাগ। এইজনা সেনাপতিৰ চৰিত্ৰত



দুটা বিপৰীত ভাবৰ উজান সদায় বৈ থকা দেখা গৈছে। এই ভাবটো এই দুৰ্ঘটনাৰ প্ৰথমৰে পৰা লক্ষ্য কৰি অহা হৈছে।

শহীদ ইমাম হুচেনৰ পৰিয়ালবৰ্গক ইমান মৰম দেখুৱাৰ পাছতেই তেওঁ সৈন্যসকলৰ ওপৰত হুকুমজাৰী কৰি কলে,

"তোমালোকৰ ভিতৰৰ পৰা দহজন ভলন্টিয়াৰ মোক লাগে। কাম হ'ল, ময়দানত পৰি থকা হুচেনৰ আৰু হুচেনি ফৌজহঁতৰ লাশ বিলাকৰ ওপৰত ঘোঁৰা দৌৰাই গচকি ফেনেকি সিহঁতক অপমান কৰিব লাগে।"

সেনাপতিৰ আদেশ অনুসৰি দহজন ভলন্টিয়াৰ ওলাল আৰু শহীদ হঁতৰ লাশ বিলাক একেলগে থুপ খুৱাই লৈ, ঘোঁৰাৰ খুৰাৰে একেবাৰে মহটিয়াই পেলালে।

## হজৰত ইমাম হুচেনৰ (ৰেঃ) পৰিয়ালবৰ্গৰ শোক

দহ মোহৰম এনেকৈয়ে শেষ হল। ৰাতি গৈ আৰু কোনেও লাশবিলাক চাবলৈ সাহস নকৰিলে। পাছদিনা পুৱাতে শহীদ ইমাম হুচেন চাহাবৰ পৰিয়ালবৰ্গই, ঘোৰাৰ খুৰাৰে ফেনেকি পেলোৱা লাশ বিলাক চাই চাই এনেভাৱে বিলাপ কৰি কান্দিবলৈ ধৰিলে যে সেই ঠাইত যি কেইজন শত্ৰু সৈন্য আহি গোট খাই আছিল, সিহঁতেও এই বিলাপত যোগ দি চিঞৰি কান্দিবলৈ ধৰিলে।

সৌন্দৰ্য্যৰ ৰাণী হজৰত জয়নব বিবিয়ে হিয়া মুৰ ভুকুৱাই কান্দি কান্দি এই বুলি বিলাপ কৰিবলৈ ধৰিলে,

"হে মহম্মদ তোমাৰ ওপৰত আচমানৰ ফিৰিস্তাৰ দৰুদ ও চালাম! চাওক, চাওক, হুচেন কি অৱস্থাত কাৰবালাৰ মৰুভূমিত পৰি আছে। চাওক তেওঁৰ শৰীৰটোক কি দৰে ধূলি মাকতি আৰু তেজেৰে কৰাল মাৰি ধৰিছে। ভালকৈ চাওক! তেওঁৰ গোটেই শৰীৰটো কেনেকৈ ডোখৰ ডোখৰ হৈ ছিঙি ভাঙি গৈছে। আকৌ শুনক, তোমাৰ জীয়ৰীসকল আজি বন্দী। তোমাৰ নাতি পুতিহঁত আজি লাঞ্ছিত মোৰদা ৰূপে কেনেকৈ ময়দানত পৰি আছে চাওক। অনাবৃত শহীদ-হঁতৰ লাশ বিলাকৰ ওপৰত বতাহে কেনেকৈ ধূলি মাটি আনি জাপি দিছেহি চাই থাকক।"

সেই সময়ত তাত উপস্থিত থকা মানুহে কৈছে যে হজৰত জয়নব বিবিৰ বিলাপত দোস্ত দুশমন সকলোৱে সমানে চকুৰ পানী টুকি একাষৰীয়া হৈ শোকতে মুখ ঢাকিবলৈ ঠাই পোৱা নাছিল।

## কুফাত ওবেয়দুল্লা বিন জিয়াদৰ দৰবাৰ

অলপ পাছতে ৭২ জন শ্বহীদৰে মূৰ কেইটা কাটি লৈ মোনাত ভৰাই, পাপিষ্ঠ শিমৰে, গৌৰৱতে ওফন্দি পৰি সদলবলে কুফাৰ শাসন-কৰ্তা ওবেয়দুল্লা ইবনে জিয়াদক উপহাৰ দিবলৈ লৈ গ'ল।

এই উৎসৱ উপলক্ষে ওবেয়দুল্লা ইবনে জিয়াদে কুফা নগৰৰ বহু গণ্য মান্য লোকক দৰবাৰত আহিবলৈ নিমন্ত্ৰণ জনাইছিল। দৰবাৰ ধৰ আজি লোকে লোকাৰণ্য। মেজ এখনৰ ওপৰত শ্বহীদ হজৰত ইমাম হুচেন চাহাবৰ কটা মূৰটো ৰুমাল এখনেৰে ঢাক মাৰি থৈ দিয়া হৈছে। নিৰ্দ্ধাৰিত সময়ত দৰবাৰৰ কাম আৰম্ভ হ'ল। ওবেয়দুল্লাই মুখত হাঁহি আৰু গৌৰৱৰ ভাব এটা লৈ, লাহেকৈ কটা মূৰটোৰ পৰা ৰুমালখন আঁতৰাই নি যেন প্ৰদৰ্শনী এখন হে মুকলি কৰিলে।

সেই সময়ত ওবেয়দুল্লা বিন জিয়াদৰ হাতত সৰু কটাৰী এখন আছিল, তেওঁ সেই কটাৰীখনৰে শ্বহীদ ইমাম হুচেনৰ ওঠ মোবাৰকত মৃদু মৃদু আঘাত কৰি আছিল। এই কাম কৰিব পাৰি নিষ্ঠুৰ ওবেয়-দুল্লাই বৰ ডাঙৰ গৌৰৱৰ কাম এটা কৰিছে বুলি ভাবিছিল।

পাছে, জইদ বিন আকৰম নামৰ এজন বিশেষকৈ নিমন্ত্ৰিত নাগ-ৰিক, সভাত উপস্থিত আছিল। ওবেয়দুল্লাই এই সভা স্থলীতে শ্বহীদ ইমামৰ কটা মূৰটোক এনেকৈ অপমান কৰাত, তেওঁ সহি থাকিব নোৱাৰি, থিয় হৈ মাত দিলে।

"কটাৰীখন ওঠ মোবাৰকৰ পৰা আঁতৰ কৰক! আঁতৰ কৰক! খোদাৰ কছম, মই নিজ চকুৰে সেই ওঠ দুটাত হজৰত ৰসুলে আকৰম চল্লল্লাহু আলেইহে ওৱালিহি অচল্লমে কেবাবাৰো চুমা খোৱা দেখি-ছিলোঁ।"

এই বুলি কৈ তেওঁ আৰু একো কব নোৱাৰিলে। কিন্তু শোকে খুন্দা মাৰি ধৰাত প্ৰায় তেওঁ অজ্ঞান হৈ পৰিল।

সভাৰ মাজতে প্ৰবল প্ৰতাপী শাসনকৰ্তা ওবেয়দুল্লাক এনেকৈ অপমান কৰাত, তেওঁৰ খং মূৰৰ চুলি পালেগৈ। কি কৰিব ভাবি নেপাই মাত্ৰ এইবুলি কলে, "জইদ বিন আকৰম! তুমি আজি বুঢ়া নোহোৱা হলে তোমাকো কতল কৰি পেলালোঁ হয়।"

এই কথা শুনি বুঢ়া জইদ বিন আকৰমৰো বৰ খং উঠিল আৰু সেই মুহূৰ্ত্ততে সভাস্থল পৰিত্যাগ কৰি সভাৰ মানুহ সকলক এই বুলি কৈ গ'ল যে,



"হেৰ আৰব সকল! আজিৰ পৰা তহঁত গোলাম হলি। তহঁতে হজৰত বিবি ফাতেমাৰ চকুৰ মণিক হত্যা কৰিলি, হত্যা কৰিও আকৌ হেপাহ নপলাই অপমান কৰিলি, ওবেয়দুল্লাক হাকিম মানি ললি। তহঁতক কিবা কুমতিয়ে লগ ধৰিছে।"

সভাৰ উদ্দেশ্য সাধন নহ'ল। মানুহৰ মন মৰহি গ'ল। সভাও ভঙ্গ হৈ গ'ল। ওবেইদুল্লাই আৰু গৌৰৱ অনুভব কৰিব, নোৱাৰা হ'ল।

## শ্বহীদ হুচেনৰ পৰিয়ালবৰ্গ কুফাত

মোহৰম মাহৰ ১১ তাৰিখেই সেনাপতি ওমৰ বিন চাআদে শ্বহীদ হুচেনৰ পৰিয়ালবৰ্গক বন্দীৰূপে লৈ কুফা নগৰলৈ যাত্ৰা কৰিলে।

কুফাত যেতিয়া আহলে বয়তৰ সকলোকে গভৰ্ণৰ ওবেয়দুল্লা বিন জিয়াদৰ সমুখত নি হাজিৰ কৰালে গৈ, সেই সময়ত বিহিস্তৰ হুৰ সদৃশ জয়নব বিবিৰ গাত নিচেই ফটা ছিটা মইলা লেতেৰা কাপোৰ পিন্ধা আছিল। তেখেতক শ্বহীদ ইমাম হুচেনৰ সুযোগ্যা ভনীয়েক বুলি কোনেও চিনি নেপালে। এচুকত গৈ তেওঁ তলমূৰ কৈ বহি থাকিল। তেওঁৰ চাৰিওফালে, লগত অহা লিগিৰী কেইজনীও তেওঁক যেন আগুৰি লৈ বহি থকাৰ নিচিনা দেখা গ'ল।

ওবায়দুল্লা বিন জিয়াদে এবাৰ এই তিৰোতা জাকৰ পিনে চকু ফুৰাই লৈ সুধিলে,

"সেইজনী কোন? সেই চুকত তলমূৰকৈ বহি থকাজনী কোন?"

একো উত্তৰ নাপালে। এইদৰে ওবায়দুল্লাই তিনিবাৰকৈ সোধাতো যেতিয়া একো উত্তৰ নেপালে, তেতিয়া বাধ্য হৈ লিগিৰী এজনীয়ে মাত দিলে যে তেখেতেই 'হজৰত জয়নব বিনতে ফাতেমা।'

এই কথা শুনি ওবায়দুল্লা বিন জিয়াদে ৰঙ মনেৰে কলে,

"কেনে পাইছ এতিয়া! মই সেই আল্লাৰ হেজাৰ হেজাৰ শুকুৰী কৰিছোঁ যি জন আল্লাই তহঁতক অপদস্থ কৰি, তহঁতৰ দৰ্প চূৰ্ণ বিচূৰ্ণ কৰি দিলে।"

পামৰ ওবেয়দুল্লাৰ এই উক্তি শুনি জয়নব বিবিৰ সহ্য নহ'ল। লাজ কাজ এফলীয়া কৰি গভৰ্ণৰৰ মুখৰ আগতে নিৰ্ভয়ে কৈ দিলে,

"হাজাৰ হাজাৰ প্ৰশংসা সেই আল্লাতালাৰ, যি জন আল্লাই হজৰত মহম্মদ চল্লল্লাহু আলেইহে অচল্লমৰ দ্বাৰা আমাৰ বংশতো সন্মানিত কৰি গৈছে। আপুনি কোৱাৰ দৰে আমাক অপদস্থ বা অপবিত্ৰ কৰি

যোৱা নাই। যি সকল গুনাহগাৰ সিহঁতেই ধ্বংসৰ পথত আৰু সিহঁতেই অপৱিত্ৰ।"

ওবেয়দুল্লাই কলে, "তহঁতে নিজেই দেখিলি নহয়, আল্লাই তহঁতৰ কি অৱস্থা কৰিলে।"

বুদ্ধিমতী জয়নব বিবিও এৰি দিয়া বিধৰ তিৰোতা নাছিল, গতিকে তৎক্ষণাত উত্তৰ দি কলে,

"এওঁলোকৰ কপালত যি আছিল হ'ল। আৰু অলপ কেইদিনমান ধৈৰ্য্য ধৰি থাকক, এদিন আপুনিও তেওঁলোকৰ লগত ভেটা ভেটি হব লাগিব। তেতিয়া তেওঁলোকৰ লগত কথা-বতৰা পাতি সমুচিত উত্তৰ পাব। ময় অবলা মূৰ্খ তিৰোতা মোক কথা শুনাই থাকিলে কি লাভ হব ?"

ওবেয়দুল্লাই বুজি পালে যে জয়নবে সিপুৰীৰ শাস্তিৰ হে ইঙ্গিত দিছে। গতিকে তেওঁৰ বৰ খঙ উঠিল। তেওঁৰ খঙ উঠা দেখা পাই লগৰ সঙ্গী এজনে তিৰোতা মানুহৰ ওপৰত খঙ নকৰিবলৈ উপদেশ দিয়াত হে, ওবেয়দুল্লা শান্ত হ'ল।

বহু পৰলৈ আৰু একো কথা-বতৰা হোৱা নাছিল। পাছত আকৌ কি ভাবি জয়নবৰ পিনে চাই ওবেয়দুল্লাই কলে,

"আল্লাই তহঁতৰ বিদ্ৰোহী চৰদাৰ আৰু তহঁতৰ নিচিনা বিদ্ৰোহী আহলে বয়তৰ উৎপাতৰ পৰা আমাৰ (ওম্মিয়া বংশৰ) 'দিল' ঠাণ্ডা কৰিলে।"

এই কথা শুনি জয়নব বিবিক আকৌ শোকে খুন্দা মাৰি ধৰিলে, শেহত উচুপি উচুপি কলে,

"সঁচাকৈয়ে আপুনি আমাৰ চৰদাৰ সকলক হত্যা কৰালে। আমাৰ বংশৰ বংশধৰ সকলোকে নিশ্চিহ্ন কৰি পেলালে, আমাৰ গৌৰবময় বংশৰ প্ৰধান প্ৰধান ঠানি ঠেঙ্গুলীবোৰ কাটি দি আহলে বয়তৰ শিপা উভালি দিয়ালে। এইবিলাক কাম কৰাত যদি আপোনাৰ দিল ঠাণ্ডা হব পাৰে, হওক।"

হজৰত বিবি জয়নবৰ এই উত্তৰ শুনি ওবেয়দুল্লাই ভেকাহি মাৰি কলে,

"বাঃ! তই দেখোন কবিতা বা নাটক কৰাৰ নিচিনাকৈ কথা কৈছ। অঃ! হয়তো তোৰ পিতৃ এক ৰকম কবি আছিলেই নহয়, অঁ তয়ো সেই ধাত পাইছ। তোৰ পিতৃ নিজেই বীৰ এজনো আছিল আৰু বীৰ ৰস থকা কাব্যৰ চৰ্চাও কৰিছিল। যি হওক তয়ো অন্ততঃ সেইৰূপেই কথা কবলৈ শিকিছ।"



হজৰত জয়নব বিবিয়ে ওবেয়দুল্লাৰ মুখৰ কথা কাঢ়ি লৈ কলে,

"আপোনালোকৰ নিচিনা বীৰৰ আগত মোৰ নিচিনা দুখন্ত কাতৰ অবলা তিৰোতা এজনীয়ে নো কেনেকৈ বীৰ ৰূপে কথা কব পাৰিম। যদি মই আপোনাক কিবা টান কথা কৈছোঁ বা মুখে মুখে উত্তৰ দিবলৈ সাহস কৰিছোঁ, ক্ষমা কৰিব, সেইটো মই বীৰৰ সাহসেৰে কোৱা নাই। সেয়া কেৱল মোৰ দিলৰ জুইৰ হে দাহ।"

ওবেয়দুল্লাই আৰু মাত মাতিব নোৱাৰিলে।

## ওবেয়তুল্লা আৰু হজৰত জয়নল আবেদিন

হজৰত জয়নব বিবিক কথাত বলে নোৱাৰি, অলপ পৰ তলকা মাৰি বহি থকাৰ পাছত, ওবেয়দুল্লাৰ চকু ৰুগীয়া জয়নল আবেদিনৰ ওপৰত পৰিল। শ্বহীদ ইমাম হুচেন চাহাবৰ একমাত্ৰ জীৱিত বংশধৰ এৱেঁই।

জয়নল আবেদিনক দেখা পাই ওবেয়দুল্লাই আগৰে পৰাই বৰ ভাল পোৱা নাছিল। তেওঁৰ মতে সাপ মাৰি নেজত বিষ ৰখা যেন হ'ল। গতিকে কোনো ৰকমে জয়নল আবেদিনক শেষ কৰি নথলে, পাছত গোজেই বৰগছ হবগৈ পাৰে।

সেই কাৰণে তেওঁৰ সঙ্গীসকলৰ পৰামৰ্শ মতে, জয়নল আবেদিনকো বাপেক ককায়েকহঁতৰ লগত লগ লগাই দিয়াই ভাল হব বুলি স্থিৰ কৰি পেলালে।

হজৰত জয়নব বিবিয়ে এই কথা জানিব পাৰি বৰ বিচলিত হ'ল। কাৰবালা ময়দানৰ দুখ কষ্ট আৰু শাহাদতৰ বিষাদময় দৃশ্যৰ পুনৰাভিনয় হব বুলি জানি সকলোৱে হায় হায় কৰি উঠিল।

কিন্তু কেৱল কন্দা-কটা কৰি হিয়া ভুকুৱাই আৰু একো লাভ নাই। নিৰ্মম পাষণ্ড ওবেয়দুল্লাই যি কৰিব খুজিছে কৰিহে এৰিব।

সেইকাৰণে বুদ্ধিমতী হজৰত জয়নব বিবিয়ে যুক্তি তৰ্কৰে ওবায়দুল্লাৰ মন ঘূৰাবলৈ চেষ্টা কৰাই ভাল বিবেচনা কৰি, ওবায়দুল্লাক কলে,

"আপুনি যদি মুচলমান আৰু এক আল্লা আৰু তেখেতৰ শেষ নবিক (দঃ) এতিয়াও বিশ্বাস কৰে, তেন্তে মই কওঁ অকলে ৰুগীয়া জয়নল আবেদিনক নহয়, তেওঁৰ লগতে আমাকো আপুনি শ্বহীদ কৰি আমাৰ নাম গোন্ধ নোহোৱা কৰি দিয়ক। তাকে যদি কৰিব নোৱাৰে, অকল জয়নল আবেদিনক শ্বহীদ কৰাৰ কথা আপুনি মনৰ পৰা মচি পেলাওক।

তেওঁক যদি আপুনি আজি ইহ সংসাৰৰ পৰা বিদায় লবলৈ বাধ্য কৰে, তেন্তে জানিব ইচলামি ৰুহানি শক্তিৰ প্ৰভাৱ চিৰকাললৈ বিলুপ্ত হৈ যাব। জয়নুল আবেদিনৰ গাত হজৰত চললল্লাহু আলেইহে অচল্লমৰ ৰুহানি তালিমৰ বহু গুণ-গৰিমা আছে।

ইচলাম ৰাজ্যৰ ৰাজনৈতিক গৌৰৱ আপোনালোক ওম্মিয়া বংশই নিছে নিয়ক, কিন্তু আল্লাৰ দোহাই ৰুহানি ৰাজ্যখনৰ ভাৰ এই পবিত্র হাশেম বংশৰ ওপৰতেই এৰি দিয়ক। পাছত কামত আহিব। নহলে ইচলাম চাৰখাৰ হৈ যাব। ৰাজ্যনো কেইদিনৰ, আজি আছে কালি নোহোৱা হৈ যাব পাৰে, যেনেকৈ এতিয়া আমাৰো হাতৰ পৰা গ'ল। কিন্তু ৰুহানি ৰাজ্য যে এটা চিৰকলীয়া বস্তু। এই ৰুহানি তালিমৰ জৰিয়তেই কিমান যে পাপী উদ্ধাৰ হব, কিমান পাপীৰ ভিতৰৰ পৰাও যে অলি আউলিয়া সকলৰ উদ্ভৱ হৈ সংসাৰৰ জনমানৱক প্ৰকৃত পথ দেখুৱাব পাৰিব, তাৰ কি কিবা হিছাব আছে?"

হজৰত জয়নৱ বিবিৰ যুক্তিপূৰ্ণ কথা শুনি, আল্লাৰ হুকুমত, পামৰ ওবেয়দুল্লাৰ কঠোৰ মন একেবাৰে গলি গ'ল। হয়তো তেওঁৰ জীৱনতেই এনে বিধৰ ভাল কথা কেতিয়াও শুনাই নাছিল। জয়নল আবেদিনক তৎক্ষণাত মৃত্যুৰ পৰা ৰেহাই দিলে।

## কুফাৰ জুম্মা মছজিদৰ ঘটনা

ওবেয়দুল্লা ইবনে জিয়াদে, কাৰবালাৰ হত্যাকাণ্ডৰ পাছত প্ৰথম শুকুৰবাৰৰ দিনা নগৰৰ জুম্মা মছজিদলৈ জুম্মা নামাজ পঢ়িবলৈ যায়। আজি তেওঁৰ বৰ আনন্দৰ দিন। নামাজৰ ইমাম তেৱেঁই আছিল। খোতবা পঢ়োতে এজিদ বিন মাবিয়াৰ নামত খোতবা পঢ়ি কলে,

"চোৱাচোন ভাইসকল, আল্লাই কেনেকৈ সঁচাক জীয়ালে আৰু মিছাক মাৰিলে। আজি আল্লাই আমিৰুল মুমিনিন হজৰত এজিদ বিন মাবিয়াক জয়যুক্ত কৰালে। কেনেকৈ আল্লাই মিছলীয়াৰ পুতেক মিছলীয়া হচেনক মাৰ শোধালে দেখিলাই.........।"

এই জঘন্য খোতবা শুনি, ইবনে আফিফ নামৰ হজৰত আলিৰ বুঢ়া অন্ধ চাহাবি এজনৰ সহ্য নহৈ, খোতবাৰ মাজতে বাধা দি মাত দিলে,

"খোদাৰ কছম, মিছলীয়াৰ পুতেক মিছলীয়া তুমি, হচেন বিন আলি নহয়।"

বুঢ়া চাহাবি জনে এইৰূপে প্ৰতিবাদ জনোৱাৰ কাৰণে ওবেয়দুল্লাই তেওঁক তেতিয়াই মছজিদতে শহীদ কৰি দিলে।



## দামস্কচত এজিদৰ দৰবাৰত

(পোনতে এজিদৰ বিষয়ে এটা কথা জানি থোৱা ভাল যে হাচান-হুচেনক কষ্ট দি হত্যা কৰিবৰ অভিপ্ৰায় এজিদৰ নাছিল। এজিদক আঁৰত থৈ তেওঁৰ বিনা হুকুমে কাৰবালাৰ অতি নিষ্ঠুৰ হত্যাকাণ্ডৰ কাৰণে, কুফাৰ শাসনকৰ্তা ওবেয়দুল্লা ইবনে জিয়াদেই প্ৰধানতঃ দায়ী। আহলে বয়তৰ লগত এজিদৰ মাজিত আৰু ভদ্ৰ ব্যৱহাৰেই এই কথাৰ প্ৰমাণ দিয়ে। ডাঙৰ ডাঙৰ আৰবী মূল গ্ৰন্থবিলাকতো এজিদৰ পৰি-বৰ্তে ওবেইদুল্লা ইবনে জিয়াদকেই ঘাইকৈ দায়ী কৰি দেখুৱা হৈছে।)

কুফাৰ সৰু দৰবাৰৰ উৎসৱ আৰু প্ৰদৰ্শনী শেষ হৈ গ'ল। এতিয়া চিৰিয়া প্ৰদেশৰ ৰাজধানী দামস্কচ নগৰত গৈ খলিফা এজিদৰ উচ্চ দৰবাৰত উৎসৱ আৰু প্ৰদৰ্শনীৰ পালা আৰম্ভ হোৱাৰ আয়োজন হ'ল।

এজিদ খলিফাৰ উচ্চ দৰবাৰত উপহাৰ দিবলৈ শ্বহীদ হজৰত ইমাম হুচেনৰ কটা মূৰটো, বাঁহ এডালৰ জোঙত বিন্ধাই লৈ ওবেয়দুল্লা ইবনে জিয়াদে বৰ সমাৰোহেৰে নামজ্বলা কাচেদ এজনৰ জৰিয়তে পঠিয়াই দিলে। যুদ্ধৰ সমস্ত বৃত্তান্তও কাচেদজনকে খলিফাৰ আগত জনাবলৈ আদেশ দিয়া হ'ল। আগৰ দিনত জৰুৰী খবৰ আদি কাচেদৰ জৰীয়-তেই সমাধা হৈছিল। ৰাজ্যৰ ভিতৰত কাচেদৰ বাবটো বৰ সন্মান-জনক বাব।

এজিদ, খলিফা ৰূপে কেইজনমান মোছাহেৱ লৈ দৰবাৰ কক্ষত বহি আছে, এনেতে ওবেয়দুল্লা বিন জিয়াদে পঠিওৱা কাচেদজনে, উৎফুল্লিত হৈ উপহাৰৰ বস্তুটো এজিদৰ গুৰিত নি হাজিৰ কৰি দিলেগৈ। তাৰ পাছত কাচিদজনে দুই হাত যোৰ কৰি লৈ অতি আদৰেৰে কৈ গ'ল যে,

"মই আপোনাৰ জয়ৰ মঙ্গলবাৰ্তা লৈ আহিছোঁ। হুচেন ইবনে আলি, নিজৰ আহলে বয়তৰ ১২ জন মানুহ আৰু সঙ্গীসকলৰ ভিতৰৰ পৰা ৬০ জন মানুহক হত্যা কৰাৰ পাছত, হুচেনকো হত্যা কৰা হ'ল। মূৰ কেইটা কাটি লৈ সিহঁতৰ লাশ বিলাকো অপমান কৰাৰ কামো শেষ কৰি দিয়া হৈছে। এতিয়া মানে বোধ কৰোঁ ৰ'দ বতাহত লাশ বিলাক শুকাই গৈছে, নহলে শিয়াল শগুনৰ ভোজনত পৰিণত হৈছে। বৰ্তমানে কুফাৰ হাকিম ওবেয়দুল্লা ইবনে জিয়াদে আপোনাৰ গুৰিলৈ হুচেনৰ কটা মূৰটো চাবলৈ পঠিয়াই দিছে"----ইত্যাদি।

কাচেদৰ কথা শুনি এজিদে কান্দিবলৈ ধৰিলে। কাচেদজন বৰ অপ্ৰস্তুত হ'ল।

এজিদে কলে, হুচেনক কতল নকৰিলেও তহঁতৰ ওপৰত খঙ নক-ৰিলোঁ হয়। কি কাম কৰিলি তহঁতে। ওবায়দুল্লাক শাও শপনি দি এজিদে কলে,

"আল্লাৰ শপত খাই কৈছোঁ, মই তাত থকা হলে হুচেনক মই ক্ষমা কৰি মদিনালৈ পঠিয়াই দিলোঁ হয়। ছিঃ! ছিঃ! কি কাম কৰিলে ওবেয়দুল্লাই। মইতো হুচেনক বধ কৰিবলৈ কেতিয়াও হুকুম দিয়া নাছিলোঁ।"

এই বুলি কৈ এজিদে সকলো মানুহৰ আগতে বৰ দুখ প্ৰকাশ কৰিলে।

শ্বহীদ হজৰত হুচেনৰ কটা মূৰটো পঠিওৱাৰ পাছত, ওবেইদুল্লা বিন জিয়াদে, ইমাম হুচেন চাহাবৰ পৰিয়ালবৰ্গকো শিমৰ আৰু মহজৰ নামৰ আন এজন মানুহৰ তত্ত্বাবধানত এজিদৰ গুৰিলৈ পথিয়াই দিলে। বাটত কোনেও কাৰো সৈতে কথা-বতৰা পতা নাছিল। খলিফা এজিদৰ পদূলি সোমোৱা মাত্ৰকে মহজৰ নামৰ মানুহজনে এজিদক দেখা পাই ভালৰি লগাবলৈ কলে,

"হুজুৰৰ কাৰণে আমি হুচেনৰ নীচ আৰু হীন পৰিয়ালবৰ্গক ধৰি বন্দী কৰি লগত লৈ আহিছোঁ।"

মহজৰৰ মুখত এই উক্তি শুনা পাই, এজিদে খঙতে ৰঙা পৰি কলে,

"মহজৰ! তোৰ আয়েৰাতকৈ নীচ আৰু বজ্জাত তিৰোতাই তোতকৈ বজ্জাত আৰু নীচ সন্তান বোধকৰোঁ আন কোনোৱে আজিলৈকে পেটত ধাৰণ কৰা নাই। হে বদমাছ! তই কৰ কি? নেজান নে সেইবিলাক মোৰেই ভাই-ভাগী?"

এজিদৰ খঙ দেখি মহজৰ আৰু শিমৰ সেইফালেই টেপা মাৰি ৰ'ল। মুখত কাৰো বাক্য নুফুটিল। ভাবিছিল যে বঁটা পাব কিন্তু এতিয়া দেখে যে কটা যোৱাৰ হে উপক্ৰম।

এজিদে বৰ মান সম্ভ্ৰমেৰে হুচেনৰ পৰিয়ালবৰ্গক দৰবাৰ ঘৰৰ এচুকে বহিবলৈ দিলে।

ইতিমধ্যই চিৰিয়া দেশৰ মুখিয়াল মানুহ সকলক মতাই পঠিয়াই এখন জলশা পাতিলে। সেই জলশাত এজিদে জয়নল আবেদিনক কলে,

"জয়নল! তোৰ বাপেৰেই তো প্ৰথমে মোৰ লগত ভাই-ভাগীৰ সম্বন্ধ ত্যাগ কৰিলে, মোৰ হকৰ কথা ভাবি নেচালে আৰু মোৰ হাতৰপৰা মোৰ পৈতৃক ৰাজত্বখন কাঢ়ি নিবলৈ আপ্ৰাণ চেষ্টা কৰিলে, ফলত কি হ'ল, দেখা পালিয়েই নহয়।"



এজিদৰ কথা শুনি জয়নল আবেদিনে উত্তৰত কেৱল মাত্ৰ এটা কোৰাণৰ 'আয়াত' পঢ়ি শুনালে। কোৰাণ শৰিফৰ সেই আয়াতটিৰ অৰ্থ হ'ল,

"মানুহৰ কপালত যি দুখ থাকে, সেইমতে কাম হবই। আল্লাৰ কথাত মানুহৰ একো হাত নাই। সেই কাৰণে মানুহে দুখ কষ্টত পৰিলেও, শোক বেজাৰ কৰি থকাৰ একো কাৰণ নাই। (এনেকৈয়ে) কাৰো যদি আকৌ কিবা আনন্দৰ কথা হয়, সেই বাবে গৰ্ব কৰি ফুৰিব নেলাগে। সচাকৈয়ে গৰ্বকাৰীক আল্লাই কেতিয়াও ভাল নেপায়।"

জয়নল আবেদিনে কোৰাণৰ দ্বাৰা এই উত্তৰ দিয়াত এজিদ বৰ সন্তুষ্ট নহ'ল।

এজিদৰ পুতেক খালেদ সেই সভাতে আছিল। খালেদো এক ৰকম 'আলেম' হৈ উঠিছিল যদিও জয়নল আবেদিনৰ দৰে ধৰ্ম শাস্ত্ৰত পাৰ্গ-তালী লাভ কৰা নাছিল।

তথাপি এজিদে পুতেক খালিফক, জয়নল আবেদিনৰ কোৰাণৰ আয়াতৰ উত্তৰ, কোৰাণৰ আয়াতৰ দ্বাৰাই দিবলৈ কোৱাত, খালিদে এই আয়াতৰে উত্তৰ দিলে যে,

"দুখ কষ্ট যেতিয়া আহে নিজ নিজ কৰ্মফলৰ কাৰণেই আহে। কিন্তু মানুহৰ ভুল আল্লাই মাফ কৰে।"

খালিদে কোৰাণৰ দ্বাৰা দিয়া উত্তৰটোও সময়োপযুক্ত হৈছিল। সকলোৱে সন্তুষ্ট হ'ল।

এতিয়াহে এজিদে জয়নল আবেদিনৰ দলৰ আন আন সকলৰ পিনে চকু দিবলৈ আহৰি পালে। সকলোৰে অৱস্থা বৰ বেয়া হৈ আছিল কাৰণে, এজিদে বৰ দুখ কৰিলে আৰু কলে,

"ওবেয়দুল্লা নৰাধমৰ লগত তহঁতৰ তেজৰ একো সম্বন্ধ নাছিল গতিকেহে, সি তহঁতৰে সৈতে এনেকুৱা ঘৃণনীয় ব্যৱহাৰ কৰিব পাৰিলে আৰু তহঁতক আজি এথানি-এৱানি কৰি মোৰ গুৰিলৈ পঠিয়াব পাৰিছে। খোদায়ে তাক ইয়াৰ উচিত বদলা দিব।

## ফাতিমা বিনতে আলি

হজৰত বিবি জয়নবৰ মাহীমাকৰ ফালৰ পৰা হোৱা ফাতিমা নামে আৰু এজনী কম বয়সীয়া ধুনীয়া গাভৰুও এই পৰিয়ালটোৰ ভিতৰতে আছিল। ইমান পৰ এই ফাতিমাৰ কথা উল্লেখ কৰাৰ একো কাৰণ হোৱা নাছিল। কিন্তু ঘটনা প্ৰসঙ্গত এই ফাতিমা গাভৰুৰ কথাও লিখিব লগীয়া হ'ল।

ফাতিমাৰ বয়স কম আৰু বৰ লাজকুৰীয়া বিধৰ ছোৱালী। ছোৱালী মানুহ, ইফালে সিফালে চাই বায়েক জয়নবৰ আচলত ধৰি তেওঁলোকৰ কথা-বতৰা শুনি আছিল।

এনেতে সেই দেশৰ আদহীয়া মানুহ এজনে হাতযোৰ কৰি থিয় হৈ, ফাতিমা গাভৰুক আঙুলীৰে দেখুৱাই দি এজিদক কলে,

"হজুৰ, এই বন্দী জাকৰ ভিতৰত সৌ ছোৱালীজনীকেই মোক দিয়ক।"

এই কথা শুনা মাত্ৰকে ফাতিমাৰ মূৰত বিনা মেঘে বজ্ৰপাত পৰা যেন হ'ল। থৰ্ থৰ কৈ কঁপি কঁপি বায়েকৰ চাদৰৰ আঁচল ধৰি মুখ লুকাই বৰকৈ কান্দিবলৈ ধৰিলে।

মানুহজনৰ এই অভদ্ৰামিত জয়নবৰো বৰ খং উঠি মানুহজনক কলে,

"কি, অভদ্ৰ মানুহ হে তুমি, চিৰিয়াৰ মানুহৰ স্বভাৱৰ নমুনা এয়েই নেকি? এই ছোৱালীজনী নিবলৈ তোমাৰ তো ক্ষমতা নায়েই আৰু তোমালোকৰ খলিফাৰো (এজিদৰো) দিয়াবলৈ হক নাই।"

জয়নব বিবিৰ কথা শুনি এজিদৰো খং উঠিল, গতিকে কলে,

"জয়নব তহঁত এতিয়া মোৰ হাতত বন্দী। মোৰ যি ইচ্ছা তাকেই কৰিব পাৰোঁ, যাকে দিবলৈ মন যায়, তাকেই মই তহঁতক এটা এটাকৈ বিলাই দিব পাৰোঁ। এইটো মোৰ ক্ষমতাৰ ভিতৰত।"

বিবি জয়নবেও সহ্য কৰিব নোৱাৰি উত্তৰ দিলে,

"তেনেহলে তুমি এতিয়াই মুচলিম ধৰ্ম পৰিত্যাগ কৰি, আন ধৰ্ম গ্ৰহণ কৰা উচিত। কিয়নো প্ৰকৃত মুচলমানৰ মুখত এনে কথা শোভা নাপায়।"

এই উত্তৰ শুনি এজিদৰ ইমান খং উঠিল যে কি কব কি নকব একোকে থিৰাং কৰিব নোৱাৰি, এই বুলিয়েই উত্তৰ দিলে,

"ধৰ্মৰ পৰাতো তোৰ বাপেৰ আৰু তোৰ ভায়েৰহঁত হে ওলাই গৈছে।"

এজিদৰ এই কথাত জয়নব বিবিয়েও ঘপৰাই উত্তৰ দিলে,

"আল্লাৰ ধৰ্মই মোৰ বাবাজানৰ ধৰ্ম; মোৰ ভাইজানহঁতৰ ধৰ্ম। আপুনি, আপোনাৰ বৰায়েৰ আৰু আপোনাৰ পিতামহহঁতে মোৰ নানা-জানৰ (দঃ) ধৰ্মৰ পৰাই মানুহমুৱা হৈছেহি।"

এই কটু কথা শুনি এজিদে খঙতে চিঞৰ-বাখৰ কৰি উঠিল আৰু কলে,

"তহঁত খোদাৰ দুশমন। তহঁত মিছলীয়া।" জয়নবে কথাত তল নপৰিল, আৰু ঘপৰাই উত্তৰ দিলে,



"আপুনি বলেৰে খলিফা খিতাপ লৈছে। কথা আৰু যুক্তি তৰ্কত বলে নোৱাৰি, মিছাতে আমাক কথাৰে অপমান কৰিছে আৰু নিজৰ বাহৰ বলত মানুহক হেচা মাৰি ধৰি আৰাম পাইছে। কিন্তু আপোনাৰ এই শক্তি আৰু ক্ষমতা কেইদিন থাকিব?"

কি কথা কব নোৱাৰি, জয়নবৰ পৰা মুখে মুখে উত্তৰ পাই, এজিদ এইবাৰ নিমাত হ'ল। বোধকৰোঁ জয়নবৰ দৰে তিৰোতা মানুহৰ লগত কথাৰে যুজি বিশেষ সুবিধা নহব বুলি ভাবিলে।

কিন্তু সেই আদহীয়া বুঢ়াজনে হলে, মজলিশ চেঁচা হৈ যোৱা দেখি আকৌ এজিদৰ পিনে চাই কলে,

"হজুৰে নো কি কয়? ছোৱালীজনী মই নিব পাৰোনে?"

আৰু ক'ত যায়, এজিদৰ এনেয়ে জয়নবৰ লগত কথাত বলে নোৱাৰি খং উঠিয়েই আছিল, এতিয়া মানুহজনৰ অভদ্ৰোচিত কথাত এক ধমক দি কলে,

"দূৰ হৈ যা মূৰ্খ। তয়ে তো এই চব অনিষ্টৰ মূল। যা যা আঁতৰ হ। তোৰ 'মৰণ'কে লগত লৈ যাগে, আপচু ক'ৰবাৰ।"

আদহীয়া বুঢ়াৰ অৱস্থা দেখি মজলিশৰ সকলো মানুহেই হাঁহিবলৈ ধৰিলে আৰু অইনকি বেচেৰি ফাতিমাৰ মুখতো হাঁহি দেখা গ'ল।

## আহলে বয়তৰ প্ৰতি এজিদৰ ব্যৱহাৰ

যদিও চিৰিয়া দেশৰ সাধাৰণ মানুহ সকলে বিবি জয়নবহঁতৰ প্ৰতি ভাল ব্যৱহাৰ কৰিবলৈ পৰামৰ্শ দিয়া নাছিল, তথাপি এজিদে কেইজন-মান ভাল মানুহৰ পৰামৰ্শ গ্ৰহণ কৰি ইয়াঁকেই স্থিৰ কৰিলে যে হজৰত ৰসুলে আকৰম চললল্লাহু আলেইহে ও ৱালিহি অচল্লমে ইহঁতৰ লগত যেনেকৈ ব্যৱহাৰ কৰিলে হয়, তেনে ব্যৱহাৰেই কৰা উচিত।

গতিকে এজিদে আহলে বয়তৰ এই পৰিয়ালটোক এটা সুন্দৰ সুকীয়া ঘৰত থাকিবলৈ বন্দৱস্ত কৰি দি বিশেষ যত্ন সহকাৰে আলহী সৎকাৰ কৰি আছিল।

অলপ পাছতে এজিদৰ ঘৈনীয়েক হিন্দৰ লগত এজিদৰ দেখা হ'ল। ঘৈনীয়েকে এজিদক সুধিলে,

"কি? হুচেন বিন ফাতেমাৰ কটা মূৰটো বোলে ইয়ালৈ পঠিয়াই দিয়া হৈছে?"

এজিদে উত্তৰ দিলে,

"কথা সঁচা। যোৱা যিমান পাৰা বান্দাগৈ যোৱা। ৰসুলুল্লাৰ

নাতিয়েক আৰু কোৰেইশ বংশধৰ সকলৰ কাৰণে যিমান পাৰা শোক কৰাগৈ যোৱা। ওবেয়দুল্লা ইবনে জিয়াদৰ অপকীৰ্তি কেতিয়াও পাহৰা নেযায়। আল্লাই তাকো যেন সেই একে অৱস্থাই কৰে।"

তাৰ পাছতই এজিদ আকৌ বাহিৰলৈ ওলাই আহিল। দলে দলে মানুহ আহি এজিদৰ দৰবাৰ ঘৰত গোট খাইছেহি। এই মানুহবিলাকে এজিদক এতিয়া অভিনন্দন জনাবলৈ হে আহিছে।

এজিদে মানুহবিলাকৰ লগত কথা-বতৰা পাতি আছে। এতিয়া যে এজিদ নিষ্কন্টক। কিবা ভাবি, এজিদে সমজুৱা সকলক কলে,

"ইমাম হুচেনে এটা ডাঙৰ ভুল কাম কৰিছিল। তেওঁ কৈ ফুৰিছিল যে তেওঁৰ বাপেক মোৰ বাবাতকৈ ভাল, তেওঁৰ মাক মোৰ আইতকৈ ভাল, তেওঁৰ নানায়েক মোৰ নানাতকৈ ভাল আৰু তেওঁ নিজেও বোলে মোতকৈ ভাল।

কিন্তু কথা হ'ল যে অৱশ্যে তেওঁৰ নানায়েক আৰু মাক, মোৰ নানা আৰু আইতকৈ নিশ্চয় বহুত ওপৰত, কিন্তু তেওঁৰ পিতাক আৰু তেওঁ নিজেও, মোৰ পিতা আৰু মোতকৈ যে ওপৰত, সেই কথাহে বুজি নেপালো। বাৰু যি কি নহওক, তোমালোকেই বাৰু ভাবি চোৱাচোন, হুচেনে ভুল কৰিছেনে নাই? বোধকৰোঁ হুচেনে কোৰাণ শৰিফৰ এই আয়াত কেইটাৰ কথা পাহৰি গৈছিল। কোৰাণত আল্লাই কৈছে—

"আল্লাইহে গোটেই জগতৰ গৰাকী। যাক ইচ্ছা কৰে আল্লাই ৰজা কৰে আকৌ যাক ইচ্ছা কৰে, তেওঁৰ পৰা ৰাজত্ব কাঢ়ি লয়। যাক ইচ্ছা কৰে আল্লাই তেওঁক মান ইজ্জত দিয়ে আৰু যাক ইচ্ছা কৰে তেওঁৰ পৰা আল্লাই মান ইজ্জত কাঢ়ি লয়।"

কোৰাণ শৰিফৰ আয়াতৰ অৰ্থ শুনি সমবেত জনমণ্ডলীয়ে হয় হয় কৰিলে আৰু এজিদো সন্তুষ্ট হ'ল।

## আহলে বয়তৰ প্ৰতি এজিদৰ চেনেহ

এদিন এজিদে জয়নব বিবিহঁতৰ পিনে লক্ষ্য কৰি দেখিলে যে আটাইকেজনী ছোৱালীৰ কাণত ফুল নাই আৰু হাততো খাৰু নাই। সিহঁতৰ সেইবিলাক বস্তু কাৰবালাৰ গণ্ডগোলৰ সময়ত নষ্ট হৈ গৈছে। এই কথা জানিব পৰা মাত্ৰকেই এজিদে সকলোকে বহু অলঙ্কাৰ আৰু নতুন নতুন কাপোৰ কানি আনি, শোক পাহৰি, সেইবিলাক ব্যৱহাৰ কৰিবলৈ মিনতি জনালে।



আহাৰ কৰাৰ সময়তো এজিদে সকলোকে লৈ একেলগে বহি আহাৰ কৰাৰ কথাও ইতিহাসত পোৱা যায়। এই বিষয়ে এটা সুন্দৰ ঘটনাৰো উল্লেখ আছে।

হুচেনৰ ককায়েক হাচানৰ, ওমৰ নামে সৰু ল'ৰা এটাও এই পৰিয়ালটোত আছিল। এদিন আহাৰ কৰাৰ সময়ত এজিদে এনেয়ে ধেমালিতে নিজৰ সৰু পুতেক এটাক দেখুৱাই ওমৰ নামৰ ল'ৰাজনক কলে, "বোপা তুমি ইয়াৰ লগত যুজিব পাৰিবানে?"

সৰু ওমৰে তৎক্ষণাত মাত লগালে,

"এনেয়ে শুদা হাতে নহয়। আমাৰ দুয়োজনকে দুখন কটাৰী দিয়ক, তেহে আমি যুঁজ কৰিম।"

ওমৰৰ এই উত্তৰ শুনা পাই, এজিদে খেক খেক কৰে হাঁহি মৰমতে ওমৰক কোলাত তুলি লৈ কলে,

"ঠিক, ঠিক, সাপৰ বাচ্চা সাপেই হয়।" জয়নব বিবি আৰু জয়নল আবেদিনৰ দলটো এজিদৰ ঘৰত যি কেইদিন আছিল, এন্দিদ আৰু এজিদ-পত্নীৰ বৰ মৰম আৰু চেনেহ পাইছিল। এজিদে সেই অমানুষিক হত্যাকাণ্ডৰ কথা তেওঁলোকৰ মনৰ পৰা পাহৰাবলৈ বিশেষ যত্ন কৰিছিল।

এজিদে বাৰে বাৰে তেওঁলোকক কৈছিল যে,

"মোৰেই ভুল হ'ল। মই নিজে যদি এবাৰ কুফালৈ গলো হয় তেনেহলে হুচেনক মই মদিনালৈ পঠিয়াই দিবলৈ চেষ্টা কৰিলোঁ হয়। যি স্থলত হুচেনে নিজেই বিনা চৰ্তে মদিনালৈ উভতি যাবলৈ ইচ্ছা কৰিছিল বুলি শুনা পাইছো, তেনেস্থলত তো অৰু একো কথাই নাছিল। সমস্ত মই ঠিক ঠাক কৰি দিলোঁ হয়। কিন্তু মাজতে এই হাৰামজাদা ওবেয়দুল্লা সোমাই এই ঘটনাটো ইমান বহলাই পেলালে। আল্লাই তাক সমূলে ধ্বংস কৰক।

কিন্তু মানুহেতো সেইটো নেভাবে। ভাবিব যে ময়ে ঘাইকৈ এই জঘন্য ঘটনাৰ কাৰণে দায়ী। মানুহে মোকেই শাও-শপনি দি থাকিব। কিন্তু আল্লাই চব জানে।"

## মদিনাত শোক প্ৰবাহ

এইদৰে এজিদৰ ঘৰত কিছুদিন অতিবাহিত কৰাৰ পাছত, জয়নল আবেদিনে এদিন এজিদক কলে,

"আপোনাৰ মৰম আৰু অনুগ্ৰহত আমি ইয়াত বৰ শান্তিত কাল কটাই আছোঁ। কিন্তু যিমানেই সুখত থাকোঁ, আমাৰ দিলৰ জখম আৰু কেতিয়াও নুশুকায়।

ইয়াত নো আৰু আমি কিমান দিন থাকিম। আমাক মদিনালৈ পঠিয়াই দিয়ক। তাতো আমাৰ মানুহবিলাকে, আমাৰ নো কি অৱস্থা হৈছে, সঠিক কৈ জানিব নোৱাৰি নিশ্চয় সকলোৱে শোকতে জৰ্জৰিত হৈ আছে।"

এজিদে কলে,

"বোপা! আজি কেইদিনমানৰ পৰা ময়ো সেই কথাই ভাবি আছোঁ। তোমালোকৰ নিজৰ মুখৰ পৰা সেই কথা শুনিবলৈ হে মই আপেক্ষা কৰি আছিলোঁ। মইনো কেনেকৈ তোমালোকৰ নিচিনা আলহীক নিজ মুখে যাবলৈ কব পাৰোঁ?"

যি হওক সেই দিনাই এজিদে পাল্কী আৰু ঘোঁৰাৰ বন্দবস্ত কৰি, যাতে এই সুদীৰ্ঘ পথত তেওঁলোকৰ একো কষ্ট নহয় তাৰ বাবে সকলো বিধৰ আয়োজন সম্পূৰ্ণ কৰি বিশিষ্ট ভদ্ৰমানুহ এজনৰ অধীনত, লগতে ফৌজ এদলো দি হজৰত জয়নব বিবিহঁতক বিদায় দিলে।

কেইবা দিনৰ মূৰত এই হতভাগা দলটো আহি নিৰাপদে মদিনা নগৰ সোমালহি।

ঘৰ পায়েই জয়নব আৰু লগৰ আন আন তিৰোতাসকলে নিজ নিজ হাতৰ খাৰু কাণৰ কেৰু আদি সোলোকাই লৈ, লগত অহা মানুহ-জনৰ হাতত দি কলে,

"তুমি আমাক ইমান আৰামেৰে আৰু নিৰাপদে মদিনা পোৱাই দিয়াৰ কাৰণে আমি তোমাৰ শলাগ লৈছোঁ আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে আমি এই সামান্য অলঙ্কাৰৰ পদ কেইটা তোমাক উপহাৰ দিলোঁ।"

মানুহজনে গ্ৰহণ নকৰি কলে,

"মই যে হজৰত ৰসুলে আকৰম চলল্লাহ আলেইহে ও ছালিহি অচল্লমৰ সন্তান সন্ততিৰ লগত কেইদিনমান থাকি, তেখেতসকলৰ খেদমত কৰিবলৈ সুবিধা পালোঁ, তাতোকৈ আৰু মোৰ কাৰণে কিবা ডাঙৰ উপহাৰ হব পাৰে বুলি মোৰ ধাৰণাৰ অতীত।"

মানুহজনৰ এই ভক্তিপূৰ্ণ কথা শুনি হজৰত জয়নব বিবিয়ে তেওঁক অশেষ দোৱা দি বিদায় দিলে।

জয়নবহঁত অহাৰ দুই এদিনৰ আগৰে পৰাই মদিনাবাসীয়ে তেওঁ-লোকৰ আগমনৰ কথা গম পায়। গতিকে এইকেদিন বৰ আগ্ৰহেৰে



তেওঁলোকলৈ অপেক্ষা কৰিয়েই আছিল। পাছত যিদিনা তেওঁলোক আহি মদিনা সোমালহি, হাচিম বংশৰ তিৰোতা মানুহৰে ঘৰ উপচি পৰিল। মদিনাৰ জমিন কঁপাই নকৈ কাৰবালা ময়দানৰ শোক উথলি উঠিল। কন্দা-কটা চিঞৰ-বাখৰৰ, ইননি-বিননিৰ বিৰাম নাই আৰু কিমানে যে সেই অৱস্থাত অচেতন হৈ পৰিল তাৰো একো লেখ-জোখ নোহোৱা হৈ পৰিল। কেৱল হিয়া ভুকুৱা কান্দোনৰ ধ্বনিৰে মদিনাৰ বায়ুমণ্ডলৰ পৰা যেন আকৌ হায় হচেন, হায় হচেনৰ ধ্বনি সঘনে মুখৰিত হৈ উঠিল।

মতা মানুহেও চকুত ৰুমাল দি কান্দিবলৈ ধৰিলে, কিন্তু তিৰোতা সকলে এনে ভাবে শোক প্ৰকাশ কৰি ইনাই বিনাই কান্দিবলৈ ধৰিলে, যে সেই ৰূপে শোক প্ৰকাশ কৰাটো এক মাত্ৰ আৰবীয় তিৰোতাৰ কাৰণেই সম্ভৱ।

## মন্তব্য

কাৰবালাৰ এই শোকাবহ ঘটনা গোটেই বিশ্বজগতৰ ভিতৰতে এটা উল্লেখযোগ্য ঘটনা হৈ ৰ'ল।

কিন্তু ইয়াৰ সাৰ্থকতা কি?

এই ঘটনাৰ কাৰণেই আহলে বয়তৰ পিনে জগতৰ মন সহানুভূতিৰে পৰিপূৰ্ণ হৈ ৰ'ল। অকল এয়ে নহয়, কিয়ামতৰ দিনলৈকে মানুহৰ এই সহানুভূতি অটুট থাকিব।

আকৌ ৰুহানি বা আধ্যাত্মিক প্ৰভাৱৰ ঠানিটো জয়নল আবেদিনৰ পৰা আৰম্ভ হৈ চিৰকাললৈ বিশ্বব্যাপী হৈ ৰ'ল। এই কাৰণেই ৰাজ-নৈতিক শাখাটো আন পিনে ঢাল খালে। সেয়ে যদি নহ'লহেঁতেন তেন্তে ওম্মিয় বংশৰ খলিফাবিলাকে অতি অলপ দিনৰ ভিতৰতে ইমান-বিলাক দেশ জয় কৰিব নোৱাৰিলেহেঁতেন।

সমাপ্ত